**Kashinath Barman** : Janma Satabarsikir Smritimalya, a comememoration volume on Late Kashinath Barman on his Birth Centenary. Edited by Sri Prafulla Barman on behalf of the Centenary Celebration Committee, Chamata, Assam.

প্ৰথম প্ৰকাশ : ছেপ্তেম্বৰ, ১৯৯৫

সম্পাদনা : প্ৰফুল্ল বৰ্মন

অলংকৰণ : অৰুন্ধতী চৌধুৰী

দাম : ৫০.০০ টকা

[illegible] : ভাৰগত প্ৰিণ্টাৰ্চ,
গুৱাহাটী - ৩

## সম্পাদনা সমিতি

অক্ষয়চন্দ্র মিশ্র (উপদেষ্টা)

ধরণী বর্মন (উপদেষ্টা)

শিবনাথ বর্মন (উপদেষ্টা)

রাজেন্দ্রনাথ চক্রবর্তী (সভাপতি)

দস্যসকল : হরমোহন শর্মা, মথনচন্দ্র তালুকদার, রামচরণ লুকদার, দীপক বর্মন, ইউনুছর রহমান, দিগম্বর তালুকদার, নবীন বর্মন, অমূল্যবাণী তালুকদার।

প্রফুল্ল বর্মন (সম্পাদক)

## কাশীনাথ বৰ্মন জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি, চামতা, ১৯৯৫

| | |
|---|---|
| অক্ষয়চন্দ্ৰ মিশ্ৰ | (উপদেষ্টা) |
| ধৰণী বৰ্মন | ( ,, ) |
| মহম্মদ মকিবুৰ হুছেইন | ( ,, ) |
| ৰামচৰণ তালুকদাৰ | (সভাপতি) |
| মহম্মদ ইউনুছৰ ৰহমান | (উপ সভাপতি) |
| প্ৰমোদ হালৈ | ( ,, ) |
| ৰাজেন্দ্ৰনাথ চক্ৰবৰ্তী | (সভাপতি, স্মৃতিগ্ৰন্থ) |
| দীপক বৰ্মন | (সম্পাদক) |
| নবীন বৰ্মন | (সহকাৰী সম্পাদক) |
| বিবেকানন্দ ভট্ট | ( ,, ,, ) |
| প্ৰফুল্ল বৰ্মন | (সম্পাদক, স্মৃতিগ্ৰন্থ) |
| মথন তালুকদাৰ | (কোষাধ্যক্ষ) |
| তিলক কাকতি | (হিচাব পৰীক্ষক) |
| মহেন্দ্ৰ তালুকদাৰ | ( ,, ,, ) |

**সদস্যসকল : অমূল্যবাণী তালুকদাৰ, অজিত শৰ্মা, কুমুদ তালুকদাৰ, দিগম্বৰ তালুকদাৰ, লক্ষ্মণচন্দ্ৰ দাস, ত্ৰৈলোক্য বৰ্মন, যামিনীকান্ত শৰ্মা, হৰমোহন শৰ্মা, মুনীন্দ্ৰ ভট্ট, সুনীতি দেৱী, বিপিন কাকতি, পৱন পাটোৱাৰী, দীনেশ শৰ্মা, খাইৰুল বছিৰ।**

# সূচীপত্র



কাশীনাথ বর্মন (১৮৯৫-১৯৬৩)

# সম্পাদকৰ একাষাৰ

স্মৃতিগ্ৰন্থ বা স্মৰণিকা সচৰাচৰ অনুষ্ঠান বা ব্যক্তিৰ জন্ম তিথি উপলক্ষে প্ৰকাশিত তথ্যাগধুৰ খতিয়ান। প্ৰথম পঁচিছ, পঞ্চাছ, পয়সত্তৰ আৰু এশ বছৰ পূৰ্ণ হোৱা উপলক্ষে সাধাৰণতে উৎসৱ উদ্‌যাপন কৰি দেশৰ অগ্ৰগতিত যোগোৱা অৰিহণাৰ কথা ৰাইজৰ বা পৃষ্ঠপোষকৰ দৃষ্টিগোচৰ কৰা হয়, বিভিন্ন প্ৰচাৰ মাধ্যমেৰে। উন্নতিশীল অনুষ্ঠানৰ ক্ষেত্ৰত এনেবোৰ উৎসৱৰ একাধিক প্ৰয়োজন যে আছে, তাক নতুনকৈ দোহৰাৰ আৱশ্যক নাই। এনেবোৰ উৎসৱে মানুহক অনুষ্ঠানমুখী কৰাত সহায় কৰে। ব্যক্তিৰ ক্ষেত্ৰত কিছু পৰিমাণে নীতি-নিয়মৰ ব্যতিক্ৰম হোৱা দেখা যায়। শতবাৰ্ষিক উৎসৱ উদ্‌যাপনৰ জৰিয়তে ব্যক্তিগৰাকীলৈ শ্ৰদ্ধাভাৱে শ্ৰদ্ধাঞ্জলি নিবেদন কৰা হয়। যিসকল খ্যাতিমন্ত ব্যক্তিয়ে মহৎ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ সময় বালিত পদ-চিহ্ন ৰাখিছে, সেই সকল আদৰ্শনিষ্ঠ, বৰণীয়, স্মৰণীয় ব্যক্তিৰ কৰ্মৰাজিৰ মূল্যাঙ্কন কৰা হয় শতবাৰ্ষিক উৎসৱৰ যোগে।

আজিৰ শিশু কালিলৈ নাগৰিক বুলি এষাৰ আপ্ত বাক্য প্ৰচলিত হৈ আহিছে। পিতৃ-মাতৃৰ উপৰিও সন্তানক গঢ় দিওঁতাৰ মুখ্য ভূমিকা পালন কৰোঁতাজন শিক্ষক বুলি নিঃসঙ্কোচে কব পাৰি। কমাৰে কমাৰ শালত লো পিটি দা-কটাৰীৰ গঢ় দিয়াৰ দৰে শিক্ষকে ছাত্ৰৰ চৰিত্ৰক গঢ় দিয়ে। আগৰ কালত ছাত্ৰই গুৰু গৃহত থাকি ইহকাল পৰকালৰ বাবে জ্ঞান আহৰণ কৰিছিল। দৈহিক কষ্ট কৰি হাবিৰ পৰা ফল-মূল আহৰণ কৰি পেট প্ৰৱৰ্তাইছিল আৰু গুৰুকো যোগান ধৰিছিল; স্বাৱলম্বী হৈ জীৱন নিৰ্বাহ কৰিবলৈ শিকিছিল। ব্ৰহ্মচৰ্য

ব্ৰত পালন কৰি সংযমী হবলৈ চেষ্টা কৰিছিল। কালক্ৰমত এনে বজ্ৰ-কঠোৰ নীতিয়ে সমাজৰ সমাদৰ হেৰুৱালে।

১৮২৬ খ্ৰিষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীৰ মান-ইংৰাজৰ য়াণ্ডাবু সন্ধিৰ চৰ্ত অনুসাৰে দেশৰ শাসন ভাৰ ইংৰাজে লাভ কৰে। মিছনেৰী সকলৰ চেষ্টাত শিক্ষা ব্যৱস্থাৰ আমূল পৰিৱৰ্তন ঘটিল আৰু দেশীয় ভাষাৰ লগতে ইংৰাজী শিক্ষাৰ ব্যৱস্থা কৰা হ'ল। ১৮৩০ চনত পোন প্ৰথমে গুৱাহাটীত মিছন স্কুল আৰু ১৮৪১ চনত শিৱসাগৰত ইংৰাজী মাধ্যমৰ স্কুল স্থাপন কৰা হয়। শিক্ষা বিস্তাৰৰ লগে লগে উন্নত মানদণ্ডৰ শিক্ষা নীতি প্ৰৱৰ্তনৰ বাবে প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰ অভাৱ দূৰীকৰণাৰ্থে ১৮৬৬ চনৰ মে মাহত গুৱাহাটী, তেজপুৰ আৰু শিৱসাগৰত তিনিখন নৰ্মাল স্কুল চৰকাৰী পৃষ্ঠপোষকতাত স্থাপন কৰা হয়। তেজপুৰ আৰু শিৱসাগৰৰ স্কুল দুখনৰ ছাত্ৰৰ সংখ্যা গুৱাহাটীৰ খনৰ বিজুনিত নগণ্য আছিল। তিনিওখন স্কুল ১৯০১ চন পৰ্যন্ত চলাৰ পিছত তেজপুৰ আৰু শিৱসাগৰ স্কুল দুখন চৰকাৰে তুলি দিয়ে। গুৱাহাটী স্কুলখন ১৯০৬ চনত সকলোৰে সুচল ঠাই যোৰহাটলৈ স্থানান্তৰিত কৰা হয় আৰু সেই চনতে বঙলা মাধ্যমৰ স্কুল এখন শিলচৰত স্থাপন কৰা হয়। ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাৰ পৰিৱৰ্তে বঙলা ভাষা ৰাইজৰ মতক উপেক্ষা কৰি একপক্ষীয় ভাবে প্ৰচলন কৰে বিদেশী ইংৰাজ শাসকে। অসমীয়া ৰাইজৰ ওজৰ আপত্তিৰ নাষ্যতাক স্বীকাৰ কৰি অৱশেষত বঙ্গৰ ছুৱলীয়া লাট ছাৰ জৰ্জ কেম্বেল চাহাবে পুনৰ অসমীয়া ভাষা স্কুল-কাছাৰিত প্ৰৱৰ্তন কৰে; কিন্তু গুৱাহাটী নৰ্মাল স্কুলৰ শিক্ষাৰ মাধ্যম বঙলা হৈয়ে থাকিল, পাঠ্য পুথিৰ অভাৱত। চিফ কমিচনাৰ ফুলাৰ চাহাব ( Sir Bampfylde Fuller ) আৰু শিক্ষা সঞ্চালক চাৰ্প ( Sir Henry Sharp ) চাহাবৰ পৰামৰ্শ মৰ্মে ১৯০৫ চনৰ পৰা বঙলা ভাষাৰ সলনি অসমীয়া ভাষাৰে পাঠদান কৰা নীতি প্ৰৱৰ্তন কৰা হয়। কলেজিয়েট স্কুলৰ শিক্ষক আৰু ছাত্ৰাবাসৰ অধ্যক্ষ হাজোৰ

৺ শ্ৰদ্ধাচৰণ চৌধুৰী আছিল গুৱাহাটী নৰ্মাল স্কুলৰ ছাত্ৰ। এওঁ প্ৰয়াত গৌৰীকান্ত তালুকদাৰ আৰু কালীৰাম বৰ্মনৰ শিক্ষাগুৰু। আন এজন গুৱাহাটী নৰ্মাল স্কুলৰ কৃতী ছাত্ৰ হ'ল শিশু-পাঠ্য পুথি প্ৰণেতা উত্তৰ লক্ষীমপুৰৰ ৺ পানীন্দ্ৰ নাথ গগৈ। যোৰহাট নৰ্মাল স্কুল এসময়ত অসমৰ শিক্ষাবিদ সকলৰ মিলন তীৰ্থত পৰিণত হোৱা বুলি কলেও অত্যুক্তি কৰা নহয়। সুদক্ষ প্ৰশাসনিক-শিক্ষাবিদ্ শৰৎ চন্দ্ৰ গোস্বামী, সাহিত্যৰত্ন হৰিনাৰায়ণ দত্ত বৰুৱা, মুক্তালাল কাথবৰুৱা, প্ৰাণনাথ বুজৰবৰুৱা, ডিম্বেশ্বৰ নেওগ আৰু সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্তদেৱ এই স্কুলৰ একালৰ কৃতী শিক্ষক আছিল। সোণত সুৱগা চৰোৱাৰ দৰে ৺কাশী নাথ বৰ্মনদেৱৰ নাম সেই সকল গুণী-জ্ঞানী-নামী শিক্ষকৰ নাম তালিকাত অন্তৰ্ভুক্ত হৈছিল আৰু বিচক্ষণ শিক্ষক হিচাপে ছাত্ৰ তথা অভিভাৱকৰ পৰা সমাদৰ লাভ কৰিছিল।

কুৰি শতিকাৰ আৰম্ভণিৰ পৰা যি সকল সুযোগ সন্ধানী যুৱকে জীৱিকাৰ অন্বেষণত পিতৃ-ভিঠা ত্যাগ কৰি মনঃপূত চাকৰি গ্ৰহণ কৰিছিল, সেইসকলৰ ভিতৰত কাশীনাথ বৰ্মন আছিল বৃহত্তৰ চামতা অঞ্চলৰ বাটকটীয়া। একাগ্ৰতা আৰু উচ্চ আকাঙ্ক্ষা থাকিলে মানুহে দোপতদোপে উন্নতিৰ জখলা বগাই উধাব যে পাৰে, সেইটোকে প্ৰমাণ কৰি দেখুৱালে বৰ্মনৰ ঐকান্তিকতাই। যোৰহাটৰ শৈক্ষিক পৰিবেশত জীৱন নিৰ্বাহ কৰি নিৰৱচ্ছিন্নভাবে সাহিত্য চৰ্চাত ব্ৰতী হৈ ১৯২৯ চনতে তেখেতে লিখি উলিয়াইছিল তেখেতৰ প্ৰথম গ্ৰন্থ 'নাৰী-ৰত্ন'। শিশু-পাঠ্য পুথিৰ অভাৱ দূৰীকৰণাৰ্থে তেখেতে প্ৰণয়ন কৰিছিল 'অতুল পাঠ' প্ৰথমৰ পৰা পঞ্চম ভাগলৈ। ১৯৫২ চনত 'অতুল পাঠ' পুথি লানি 'অতুল পাঠমালা' নামে নামকৰণ কৰি তেওঁ কলিকতাৰ মেকমিলান কোম্পানীৰ হতুৱাই অতি জকমকীয়া বেটুপাতৰ সৈতে প্ৰকাশ কৰাইছিল। হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'সাহিত্য সোপান' আৰু বৰ্মনদেৱৰ 'অতুল পাঠ' ( পিছলৈ 'অতুল পাঠমালা' ) অসম চৰকাৰৰ মঞ্জুৰীপ্ৰাপ্ত পাঠ্য পুথি হিচাপে প্ৰায় দুই দশকৰো

অধিককাল পঢ়াশালিত চলিছিল। কেবা বছৰ পিছতহে অধ্যাপক ৺অতুল চন্দ্ৰ হাজৰিকাদেৱৰ 'সোণালী পাঠ' চিলঙৰ চপলা বুক্ ষ্টলে প্ৰকাশ কৰি উলিয়াইছিল। অধ্যক্ষ ৺গিৰিধৰ শৰ্মাদেৱে বহু বছৰ পিছত প্ৰাথমিক পঢ়াশালিৰ সাহিত্য ৰচনা কৰিছিল। 'অতুল পাঠ, পাঠ্যপুথি হিচাপে পঢ়াৰ সৌভাগ্য আমাৰ হৈছিল। গুণগত দিশত 'অতুল পাঠ' আছিল উৎকৃষ্ট শিশু-সাহিত্য। 'অতুল পাঠ'ৰ উপৰিও তেখেতে ৰচনা কৰিছিল কেবাখনো অমূল্য গ্ৰন্থ।

পাহৰণিৰ গৰ্ভত হেৰাই যাব ধৰা এনে এজন প্ৰচাৰবিমুখ কৃতী শিক্ষকৰ জন্ম শতবাৰ্ষিক উৎসৱ পালন কৰাৰ যুক্তি যুক্ততা নিশ্চয় আছে। এই কামত বৰ্মনদেৱৰ আত্মীয় সকলৰ পৰা ভালে-খিনি সহায় পাইছোঁ। স্মৃতিগ্ৰন্থখনিৰ সমস্ত খৰচ বহন কৰিছে বৰ্মন দেৱৰ ভায়েক প্ৰয়াত গোবিন্দৰাম বৰ্মনৰ নাতি, বৰ্তমান তিনিচুকীয়া নিবাসী শ্ৰীদীপক বৰ্মনে। ছপাৰ উপযোগীকৈ কিতাপখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰি দিছে বৰ্মনদেৱৰ কনিষ্ঠ পুত্ৰ শ্ৰী লক্ষ্মীনাথ বৰ্মনে। সদৌটি-লৈকে উদ্‌যাপন সমিতিৰ তৰফৰ পৰা আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। বৰ্মনদেৱৰ বৰপুত্ৰ বহুমুখী প্ৰতিভাধৰ সাহিত্যিক ডঃ শিৱ নাথ বৰ্মনৰ আদ্যোপান্ত সহায় অবিহনে স্মৃতিগ্ৰন্থৰ গুৰু দায়িত্ব ভাৰ বহন কৰা আমাৰ পক্ষে সম্ভৱ হৈ নুঠিলহেঁতেন। এই ছেগতে তেখেতকো মোৰ ব্যক্তিগত শলাগ যাঁচিলো।

জন্ম শতবাৰ্ষিক উৎসৱ উদ্‌যাপনৰ জৰিয়তে বিশিষ্ট ব্যক্তিৰ স্মৃতি-চাৰণ কৰা আমাৰ এয়া দ্বিতীয় প্ৰয়াস। ১৯৯৩ চনৰ এক নৱেম্বৰ তাৰিখে পোন প্ৰথমবাৰৰ বাবে প্ৰসিদ্ধ মুক্তি যোদ্ধা প্ৰয়াত গৌৰী কান্ত তালুকদাৰদেৱৰ জন্ম শতবাৰ্ষিক সোঁৱৰণী সভা পাতি তেখেতক শ্ৰদ্ধাৰে স্মৰণ কৰা হৈছিল। বিশিষ্ট লেখকৰ বাছকবনীয়া প্ৰৱন্ধেৰে ভৰপূৰ "স্মৰণিকা" খনে উচ্চ মানদণ্ডৰ স্মৃতিগ্ৰন্থ হিচাপে অধ্যয়নশীল পাঠকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ পিছত এই অঞ্চলত জন্ম গ্ৰহণ কৰা খ্যাতনামা অথচ প্ৰচাৰবিমুখ ব্যক্তিসকলৰ

পর্যায় ক্রমে শতবার্ষিক উৎসৱ পাতি সোঁৱৰণ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। আৰু তাৰে ফল স্বৰূপে কাশীনাথ বৰ্মনদেৱে এৰি থৈ যোৱা আদৰ্শবাজি ৰাইজৰ, বিশেষকৈ নতুন চাম শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰচাৰ কৰাৰ এই আয়োজন।

স্মৃতিগ্ৰন্থখনিত বৰ্মন দেৱৰ বিষয়ে বিভিন্ন লোকে লিখা স্মৃতিচাৰণমূলক প্ৰবন্ধসমূহৰ উপৰিও তেখেতৰ জীৱন, কৰ্ম আৰু আদৰ্শৰ আলোচনাও দিয়া হৈছে। তেখেতৰ সাহিত্য-কৰ্মৰ বিশ্লেষণো গ্ৰন্থখনত কৰিবলৈ প্ৰয়াস কৰা হৈছে। তেখেতৰ প্ৰধান গ্ৰন্থসমূহৰ বিষয়ে বিভিন্ন লোকে কৰা সমালোচনা 'অভিমত' শিতানত সামৰা হৈছে। বৰ্মনদেৱৰ ৰচনাৰ চানেকি দিয়া হৈছে 'কথামৃত' নামৰ শিতানটোত; ইয়াৰ পৰা তেখেতৰ জীৱনাদৰ্শ সম্বন্ধেও কিছু কথা জনা যাব। লগতে সংযোজন কৰা হৈছে তেখেতৰ এটা আত্মজীৱনীমূলক প্ৰবন্ধ। অগ্ৰন্থিত অৱস্থাত থকা তেখেতৰ কবিতাসমূহো থুপাই প্ৰকাশ কৰা হ'ল।

যিসকল লোকৰ প্ৰবন্ধ-পাতিৰে স্মৃতিগ্ৰন্থখন সজাই পৰাই উলিওৱা হৈছে, তেখেত সকললৈ আমাৰ আন্তৰিক শ্ৰদ্ধা থাকিল। গৌৰীকান্ত তালুকদাৰ পুথিভঁৰাল পৰিচালনা সমিতিৰ সমূহ সদস্যবৃন্দলৈ তথা কাশীনাথ বৰ্মনদেৱৰ জন্ম শতবাৰ্ষিক উৎসৱ উদ্‌যাপন সমিতিৰ সমূহ সদস্যলৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ। আমাক উৎসাহ উদ্দীপনা যোগোৱা বাবে সৰ্বশ্ৰী অক্ষয় মিশ্ৰ, ৰাজেন্দ্ৰনাথ চক্ৰৱৰ্তী, ধৰণী বৰ্মন, ৰামচৰণ তালুকদাৰ, মথন তালুকদাৰ, প্ৰমোদ হালৈ আৰু হৰমোহন শৰ্মাৰ শলাগ লওঁ।

প্ৰফুল্ল বৰ্মন
সম্পাদক
স্মৃতিমাল্য

*" Full many a flower is born to blush unseen,*
*to waste its sweetness in the desert air."*

# আদৰ্শ শিক্ষক আৰু সুসাহিত্যিক কাশীনাথ বৰ্মন ঃ কিঞ্চিৎ শ্ৰদ্ধাঞ্জলি

নগেন্দ্ৰনাথ চৌধুৰী

স্বৰ্গীয় কাশীনাথ বৰ্মনদেৱ মোৰ প্ৰত্যক্ষ শিক্ষক নহয়। তথাপি তেখেত মোৰ নমস্য শিক্ষাগুৰুসকলৰ ভিতৰৰে এজন। মই নৰ্মালত পঢ়িবলৈ নোযোৱাৰ আগতেই তেখেতৰ 'নাৰীৰত্ন' পুথিখন পঢ়িছিলো। কিন্তু তেখেতৰ লগত মোৰ চাক্ষুষ পৰিচয় নাছিল। ১৯৩৪ চনত নৰ্মাল বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটলৈ যাবলৈ আহি ষ্টেচনত গাড়ী ধৰাৰ আগতে মই যেতিয়া গুৱাহাটীৰ সোণাৰাম স্কুলৰ পুৰণি ছাত্ৰ মোৰ দাদাৰ সৈতে সেই স্কুলৰ ব'ৰ্ডিঙত কিছু সময়ৰ বাবে জিৰাওঁ, তেতিয়া তাত মোৰ লগত বৰপেটাত একেলগে বাছনি পৰীক্ষা দিয়া কিন্তু বাছনিত মুঠা কেইবাজনো বয়সীয়া ছাত্ৰ লগ পাওঁ। বোধহয় তেওঁলোক উক্ত স্কুলৰে উচ্চ শ্ৰেণীৰ ছাত্ৰ আছিল। বাছনি পৰীক্ষাত অনুত্তীৰ্ণ হৈ পুনঃ স্কুলত নাম লিখি পঢ়িবলৈ আহিছে। তেওঁলোকে মোক চিনি পাই কোৱা-কুই কৰা শুনিলোঁ যে নৰ্মালৰ পাঠ্যক্ৰম ইমান টান যে সেই স্কুলত হেনো বহুদিন ধৰি কোনেও প্ৰথম বিভাগ পোৱা নাই। তেতিয়া মই ধৰি ললো যে তেনেহলে নৰ্মালত প্ৰথম বিভাগ পোৱাসকল সাধাৰণ নহয়। যোৰহাট পাই নৰ্মাল স্কুলত ভৰ্তি হৈ ক'ত কি আছে চাই ফুৰোঁতে নৰ্মালৰ মিউজিয়ামৰ কোঠালিত বস্তুবোৰৰ একাৰত হঠাৎ দেখিবলৈ পালোঁ যে নৰ্মালৰ শেষ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা পুৰণি ছাত্ৰ

সকলৰ নাম মাৰ্বল পাথৰৰ ফলিত ডাঙৰ আখৰেৰে লিখা আছে, আৰু সকলোৰে ওপৰত এক নম্বৰতে লিখা আছে—শ্ৰীকাশীনাথ বৰ্মন, ১৯১৭ চন। আৰু তাৰ পাচত চন অনুসৰি আনসকলৰ নামো আছে। কোনো বছৰত নায়ো। আমাৰ বছৰৰ আগলৈ বহুবছৰ ধৰি প্ৰথম বিভাগ নায়েই। সোণাৰাম হোষ্টেলত শুনা কথাৰ সত্যতা উপলব্ধি কৰিলোঁ। আৰু প্ৰথম বিভাগ পোৱা এই ভাগ্যবান পুৰুষসকলৰ দৰ্শন বা সান্নিধ্য কেতিয়া পাম মনত এটা ঔৎসুক্য সোমাই থাকিল। তেখেতসকল সেই সময়ত অসমৰ বিভিন্ন স্থানত শিক্ষকতা কৰি আছিল; কিন্তু অনুসন্ধান কৰি জানিব পাৰিলোঁ যে তেখেতসকল সকলো কেইজন তেতিয়ালৈকে জীয়াই আছে। বৰ্মনদেৱৰ দুই এজন ছাত্ৰ লগ পোৱা হ'ল আৰু তেওঁলোকৰ পৰাও তেখেতৰ গুণ-গৰিমাৰ কথা শুনিবলৈ পালোঁ। শুনিলো, যদিও তেখেত এজন নৰ্মাল পাচ শিক্ষক, তথাপি জ্ঞান আৰু অভিজ্ঞতাত হেনো বি. এ. পাচ, আনকি এম. এ. পাচো তেখেতৰ সমকক্ষ নহয়।

বৰ্মনদেৱক মই প্ৰথম লগ পাওঁ ১৯২৮ চনত। মই তেতিয়া নৰ্মালৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ নৰ্মাল স্কুলৰ প্ৰেক্টিচিং শাখাত শিক্ষকতাত সোমাইছোঁ। চুপাৰিণ্টেণ্ডেণ্ট (অধ্যক্ষ) হৈছে স্বৰ্গীয় মুক্তালাল কাথবৰুৱা, সহকাৰী অধ্যক্ষ স্বৰ্গীয় মিত্ৰদেৱ মহন্ত। কংগ্ৰেছে মন্ত্ৰিত্ব লৈছে, অসমৰ 'প্ৰধান' মন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈ (সেই সময়ত মুখ্যমন্ত্ৰীক 'প্ৰধান মন্ত্ৰী' বুলি কোৱা হৈছিল)। সেই চনতে অধ্যক্ষ কাথবৰুৱা আৰু নৰ্মালৰ পিতৃস্বৰূপ গোস্বামীদেৱৰ (তেতিয়াৰ স্কুল ইন্সপেক্টৰ স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীৰ) অক্লান্ত চেষ্টাৰ ফলত নৰ্মাল স্কুলত তিনিদিনীয়াকৈ নৰ্মালৰ ন-পুৰণি ছাত্ৰৰ এখনি সম্মিলন আৰু তাৰ লগতে বিখ্যাত শিক্ষাবিদসকলক লৈ এখন গুৰুপূৰ্ণ শিক্ষা বিষয়ৰ আলোচনা চক্ৰ আৰু এখন শিক্ষামূলক ডাঙৰ প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। তাত দেশী বিদেশী শিক্ষানুৰাগী বহুত বিদ্বান লোক আৰু পণ্ডিতৰ সমাগম হৈছিল। আমি আমাৰ শিক্ষাগুৰু আৰু বছা বছা

ছাত্ৰসকলে সন্মিলন আৰু প্ৰদৰ্শনীৰ সাফল্যৰ কাৰণে কামত ব্যস্ত আছিলো। আমাৰ ভাগ্যৰ আৰু আনন্দৰ কথা যে আয়োজন সম্পূৰ্ণ হোৱাৰ লগে লগে অসমৰ গাৱেঁ-ভূঁয়ে শিক্ষাৰ কামত ব্ৰতী হৈ থকা নৰ্মালৰ নতুন-পুৰণি বিশিষ্ট ছাত্ৰসকল আৰু ভাৰতৰ বিভিন্ন স্থানৰ, বিশেষকৈ কলিকতা আৰু ঢাকা বিশ্ববিদ্যালয়ৰ নিমন্ত্ৰিত প্ৰসিদ্ধ শিক্ষাবিদ-অধ্যাপকসকল, অসমৰ বিভিন্ন ঠাইৰ বিদ্বৎমণ্ডলী, কবি, সাহিত্যিক ছাত্ৰ, ৰাজনীতিবিদ, মন্ত্ৰীসকল আহি উপস্থিত হ'ল। সভাত যোগদানৰ অৰ্থে মোৰ গাৱঁৰ আৰু মোৰ অতিশয় প্ৰিয় শিক্ষক সৰ্থেবাৰীৰ সু সন্তান স্বৰ্গীয় হৰিচৰণ তালুকদাৰ আৰু বৰ্মনদেৱো আগদিনাই আহি নৰ্মালৰ আলহী হ'ল। মই তেখেতসকলক দেখা কৰিলোঁ। মোৰ নমস্য তালুকদাৰদেৱেও বৰ্মনদেৱক বিশেষ শ্ৰদ্ধা কৰিছিল, কাৰণ বৰ্মনদেৱ আছিল তেওঁৰো পূৰ্বসূৰী আৰু আদৰ্শ। সেই দিনাই ৰাতি বৰ্মনদেৱকে মুখ্য কৰি নৰ্মাল পাছ শিক্ষকসকলে আলোচনাত বহে। আমিও আলোচনাৰ গুৰুত্ব বুজি তেওঁলোকৰ বাবে সুবিধাজনক দৰমহা-পাতি বিষয়ক প্ৰস্তাৱ সন্মিলনত উত্থাপন কৰিবলৈ থিৰ কৰিলো। পূৰ্বসূৰীসকলৰ মৰম চেনেহৰাজক আলোচনাত আমাৰ মন শ্ৰদ্ধাৰে ভাৱাক্ৰান্ত হ'ল।

যোৰহাটৰ দেশনেতা ৺হেমপ্ৰসাদ বৰুৱাৰ সভাপতিত্বত বহা প্ৰথম দিৱসৰ সন্মিলনত তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী বৰদলৈ, বাগ্মীবৰ নীলমণি ফুকন, পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ, শিক্ষা বিভাগৰ গুৰিয়াল গোস্বামীদেৱ, কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড' হুমায়ুন কবীৰ, ড শহীদুল্লাহ, ড' অনাথ বসু প্ৰভৃতি অনেক শিক্ষাবিদ, অধ্যাপক, শিক্ষক, সাহিত্যিক, কবি, ৰাজনীতিবিদ, প্ৰবীণ ছাত্ৰ, ভদ্ৰমহিলা আৰু অসংখ্য গুণী, জ্ঞানী লোক উপস্থিত আছিল এনে এখন বিৰাট সমাজৰ সন্মুখত বৰ্মনদেৱে ডাঃ সৰ্বপল্লী ৰাধাকৃষ্ণন আদি পৃথিৱীৰ ডাঙৰ ডাঙৰ দাৰ্শনিক শিক্ষাবিদৰ মতামত উদ্ধৃত কৰি শিক্ষাবিষয়ক এখন অতি সময়োপযোগী সাৰুৱা ৰচনা পাঠ কৰে আৰু আমাৰ সকলোৰে

গৌৰৱভাজন হয়। সেই সভাত প্ৰতিভাশালী ছাত্ৰনেতা গৌৰীশঙ্কৰ ভট্টাচাৰ্য আৰু অত্যন্ত সাহসী আৰু সংগ্ৰামী শ্ৰীমান প্ৰফুল্ল গোস্বামীও উপস্থিত আছিল আৰু তাত অংশগ্ৰহণ কৰিছিল। অধ্যাপক হেম বৰুৱা, ডেকা বক্তা দিগম্বৰ কলিতা আদিকো সভাত দেখা গৈছিল। উক্ত সম্মিলনতে 'অসমত অতি শীঘ্ৰে বিশ্ববিদ্যালয় স্থাপিত হ'ব লাগে' বুলি নীলমণি ফুকন আদিয়ে দাবী তুলিছিল।

এই সভা হোৱাৰ পিছৰ বছৰত বৰ্মনদেৱে যোৰহাট নৰ্মাল স্কুলৰ শিক্ষক হিচাপে নিযুক্তি পায়। ইয়াৰ আগতে তেখেত কামৰূপৰ কমলপুৰ চৰকাৰী মজলীয়া স্কুলৰ প্ৰধান শিক্ষক আছিল। তাৰপৰা চিলেক্‌চন গ্ৰেড দি তেখেতক নৰ্মাললৈ অনা হয়। তেখেত সুশিক্ষক আছিল। ছাত্ৰসকলে তেখেতৰ পৰা যথেষ্ট জ্ঞান লাভ কৰিছিল। যোৰহাটৰ পৰা তেখেত শিৱসাগৰ চৰকাৰী হাইস্কুললৈ বদলি হৈ যায় আৰু চৰকাৰী কামৰ অৱসৰৰ পাচত নাজিৰাত ঘৰ-বাৰী কৰি নামতি হাইস্কুলত কিছুদিন শিক্ষকতা কৰে আৰু নাজিৰাতেই নিগাজীকৈ সাহিত্য চৰ্চাত মন দিয়ে। এইছোৱা সময়ৰ ভিতৰতে তেখেতে 'অমৰ কাহিনী', 'পুৰুষৰত্ন' আদি পুথি ৰচনা কৰে। ইয়াৰ বাহিৰেও বৰ্মন-দেৱৰ 'অতুল পাঠ' নামৰ স্কুলীয়া পাঠ্যপুথিৰ এটা চিৰিজ আছিল। তেখেতৰ বহুত সাৰুৱা প্ৰবন্ধ 'প্ৰভাত' আদি আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। পুৰণি চামৰ আগশাৰীৰ নৰ্মাল পাছ শিক্ষক আৰু লেখক লোকনাথ শৰ্মা, উপাৰ্জন শইকীয়া, পানীন্দ্ৰনাথ গগৈ, সাধিৰাম কাকতী, হৰিনাৰায়ণ দত্তবৰুৱা, ধাতুৰাম ভূঞা, নকুলচন্দ্ৰ সভাপণ্ডিত. আদ্যনাথ শৰ্মা, দণ্ডীৰাম দত্ত, ভৈৰৱচন্দ্ৰ খাটনিয়াৰ, প্ৰকাশ চন্দ্ৰ বৰুৱা আদিৰ শাৰীতে কাশীনাথ বৰ্মনো পৰে।

গাঁৱলীয়া পঢ়াশালিবোৰৰ যোগে অসমৰ গাৱেঁ-ভূঁয়ে সৰ্বত্ৰ অসমীয়া দেশীয় আহিৰ শিক্ষা বিস্তাৰৰ অৰ্থে ৺ শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ মনৰ ৰোখাই প্ৰকৃত আদৰ্শ শিক্ষক গঢ়া অনুষ্ঠান হিচাপে তেতিয়াৰ যোৰহাট নৰ্মাল স্কুলক এখনি পবিত্ৰ অনুষ্ঠান হিচাপে গঢ়ি

তুলিছিল। তেখেতৰ অনুষ্ঠানটিলৈ যেনেকৈ বছা-বছা অভিজ্ঞ শিক্ষকসকলক আনি তেখেতে নিজৰ আদৰ্শৰ সাঁচত ঢালি উপযুক্ত কৰি লৈছিল, ছাত্ৰসকলকো অসমৰ (অসম উপত্যকাৰ) তেতিয়াৰ সাতখন জিলাৰ প্ৰতি মহকুমাতে ডেপুটি ইন্সপেক্টৰৰ যোগেদি কঠিন প্ৰতিযোগিতামূলক বাছনি পৰীক্ষা পাতি প্ৰত্যেক মহকুমাৰ পৰা মাত্ৰ ২/৩ জনকৈ আৰু ডাঙৰ মহকুমাৰ পৰা ৪/৫ জনকৈ ছাত্ৰ বাছি আনি ভৰ্তি কৰিছিল। এই সকলৰ ভিতৰত নম্বৰ অনুযায়ী ৩০ জনক বৃত্তি দি আৰু বৃত্তি নিদিয়াকৈয়ো ৪৫ জনক মুঠতে প্ৰতি বছৰে ৩৪/৩৫ জন মানকৈ ছাত্ৰ লৈ শিক্ষা দান কৰিছিল। এইদৰে অসমৰ চুকে-কোণে এলাকুৰ মাজত লুকাই থকা দুখীয়া পৰিয়ালৰ পৰা প্ৰতিভা বুটলি আনি তেওঁ প্ৰশিক্ষণ দিছিল। সাময়িক পৰীক্ষাত উপযুক্ত নম্বৰ নাথাকিলে বৃত্তি পোৱা ছাত্ৰৰো বৃত্তি কটা গৈছিল আৰু উপযুক্ত নম্বৰ থাকিলে বৃত্তি নোপোৱা ল'ৰায়ো বৃত্তি পাইছিল। সমূলি অকৃতকাৰ্য হোৱা ল'ৰাক পুনৰ গাঁৱলৈ বিদায় দিয়া হৈছিল। তাহানিৰ নৰ্মালৰ ছাত্ৰই নিজে বজাৰ কৰিব লাগিছিল, খৰি ফালিব লাগিছিল, ভাত ৰান্ধিব লাগিছিল, কোৰ মাৰি শাক-পাচলিৰ খেতি কৰিব লাগিছিল, নিজৰ নিজৰ কানি-কাপোৰ ধুব লাগিছিল। মুঠৰ ওপৰত নিজৰ যাবতীয় কাম-কাজ নিজে কৰি লোৱাৰ উপৰিও কঠিন পাঠ্যক্ৰমত আত্মনিয়োগ কৰিব লাগিছিল। ইয়াৰ উপৰি নৰ্মালৰ ছাত্ৰই কোনো দুৰ্গত ৰোগীৰ শুশ্ৰূষা আৰু পাল পাতি পৰ দিয়াৰ কামো কৰিব লাগিছিল। পাঠ্যক্ৰম কঠিনেই আছিল। অসমীয়া সাহিত্য, অঙ্ক, ভূগোল, বুৰঞ্জী, শিক্ষাবিধি, সংস্কৃত, বিজ্ঞান, হাতৰ কাম, ছবি, কছুৱৎ কোনোটোৱেই কম নহয়। আৰু প্ৰত্যেক বিষয়তেই পাছ নম্বৰ ৰাখিব লাগিছিল বিভাগ মুঠে দুটা আছিল। ২য় বিভাগ পাবলৈ প্ৰত্যেক বিষয়ত ৪০ নম্বৰকৈ আৰু শিক্ষাবিধি আৰু প্ৰেক্টিকেলত শতকৰা ৫০ নম্বৰকৈ পাব লাগিছিল; ১ম বিভাগ পাবলৈ প্ৰত্যেক বিষয়ত শতকৰা ৬০ কৈ পোৱাৰ উপৰিও শিক্ষাবিধি আৰু প্ৰেক্টিকেলত শতকৰা ৭৫ কৈ পাব

লাগিছিল। কোনো এটা বিষয়ত ফেল কৰি সামগ্ৰিকভাবে বহুত নম্বৰ পালেও তেওঁক ফেইল বুলিহে ধৰা হৈছিল। হাতৰ কাম আৰু প্ৰেক্টিকেল দুটা ডাঙৰ বিষয় আছিল। ফাইনেল পৰীক্ষাত উত্তীৰ্ণ হবলৈ নৰ্মালৰ স'ৰাই নিজে কাগজ পচাই পুটিনৰ লগত মিহলাই গ্লোবৰ খলপা কৰি তাৰ ওপৰত কাগজ মাৰি দ্ৰাঘিমা-অক্ষৰেখা টানি পৃথিৱীৰ মেপ আঁকি প্ৰাকৃতিক (ৰিলিফ) আৰু ৰাজনৈতিক গ্লোব তৈয়াৰ কৰিব লাগিছিল। ছাত্ৰৰ নিজৰ জিলা, অসম প্ৰদেশ, ভাৰতৰ প্ৰাকৃতিক আৰু ৰাজনৈতিক মেপ— এই কেইখন ওৱাল মেপ আৰু ইংলণ্ড, ভাৰতবৰ্ষ আৰু অসম বুৰঞ্জীৰ তুলনামূলক সময় নিৰূপক ৰেখা, ভাৰত আৰু অসমৰ ঐতিহাসিক ভূচিত্ৰাৱলী আৰু ভাৰতৰ আৰু অসমৰ ৰেইজ্‌ড মেপ তৈয়াৰ কৰিব লাগিছিল। শেষ বছৰত প্ৰেক্‌টিচিং স্কুলৰ শিক্ষকৰ তত্বাৱধানত ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাদান কৰি চাক্ষুষ আৰু বাস্তৱ অভিজ্ঞতা লাভ কৰিব লাগিছিল। অকল প্ৰেক্টিকেল দিয়াই নহয়, কেনেভাবে শিক্ষাদান কৰিব, তাৰ একোটা আহি টোকা লিখিব লাগিছিল আৰু সেই টোকা বা প্ৰেক্‌টিকেলত পোৱা নম্বৰো ফাইনেলত যোগ হৈছিল। বৰ্মনদেৱৰ দৰে শিক্ষকসকলে এইদৰে স্বাৱলম্বিতা পালন কৰি শিক্ষাদান কাৰ্যত অভ্যস্ত হৈছিল আৰু তীব্ৰ প্ৰতি-যোগিতাৰ মাজত নিজৰ স্থিতি নেহেকৰাকৈ নৰ্মালৰ পৰা ওলাই গৈ গাৱেঁ-ভূঁয়ে থকা অসমীয়া মজলীয়া স্কুলবোৰৰ পৰিচালনাৰ ভাৰ লৈ শিক্ষাদান কাৰ্যত ব্ৰতী হ'ব লাগিছিল। আগৰ দিনত নৰ্মাল পাছ শিক্ষকসকলৰ আৱশ্যকতা এম. ই. আৰু হাইস্কুলসমূহতো অপৰিহাৰ্য আছিল। নহলে নতুনকৈ হোৱা স্কুল এখনে মঞ্জুৰি নাপাইছিল। শদিয়াৰ পৰা ধুবুৰীলৈকে অসমৰ প্ৰায় প্ৰত্যেক অঞ্চলৰ পৰা আহি ছাত্ৰসকলে নৰ্মালৰ ব'ৰ্ডিঙত তিনি বছৰ কাল একেটা পৰিয়ালৰ দৰে একেলগে থাকি নানা ধৰণৰ মাত-কথা, ভাৱ-ভঙ্গী আদান-প্ৰদানৰ যোগে অসমীয়া জাতীয়তা ভাৱত ব্ৰতী হবলৈ যি শিক্ষা পাইছিল, গাৱঁলৈ গৈ তেওঁলোকে সেই জাতীয়তা ভাৱ বিলাবলৈ পাৰ্যমানে চেষ্টা কৰিছিল।

স্বৰ্গীয় বৰ্মনদেৱ যোৰহাট নৰ্মাল স্কুলৰ প্ৰথম দলৰ প্ৰথম ছাত্ৰ আছিল (স্বৰ্গীয় লোকনাথ শৰ্মা, হৰিনাৰায়ণ দত্তবৰুৱা আদি আগৰ গুৱাহাটী নৰ্মাল স্কুলৰ ছাত্ৰ)। বৰ্মনদেৱ মানুহজন অতি পৰিপাটি আৰু সুৰুচিসম্পন্ন আছিল। তেখেত লিখা-পঢ়াত ব্যস্ত মানুহ আছিল। তেখেতৰ আখৰবোৰ গোট গোট আৰু পাতল পাতল আছিল। সু-সাহিত্যিক আৰু সু-নাগৰিক হোৱাৰ উপৰিও তেখেত এজন সু-শিক্ষকো আছিল। পূৰ্বৰ শিক্ষাগুৰু সকলৰ প্ৰতি তেখেতৰ যথেষ্ট ভক্তি আছিল। একেই ভক্তি আছিল তেখেতৰ ভগৱানৰ প্ৰতিও। প্ৰত্যক্ষ ছাত্ৰ নহলেও তেখেতে মোক এজন প্ৰিয় ছাত্ৰৰ দৰেই মৰম কৰিছিল। ওপৰত উল্লেখ কৰা যোৰহাটৰ বিখ্যাত শিক্ষা-প্ৰদৰ্শনীত প্ৰদৰ্শিত মোৰ কেইবা-পদ বস্তুৱে পুৰস্কাৰ পাবলৈ সমৰ্থ হোৱাত আৰু উৎকৃষ্টতাৰ প্ৰমাণ-পত্ৰ পোৱাত তেখেত মোৰ ওপৰত পৰম সন্তুষ্ট হৈছিল। তেখেতৰ ভনীয়েক এজনী আমাৰ গাঁও সৰ্থেবাৰীত পৰিছিল; গৰমবন্ধত ভনীয়েকৰ খবৰ লবলৈ যাওঁতে এবাৰ তেখেতে এই নিঃকিনক বিচাৰি বিচাৰি গৈ আনকি আমাৰ ভড়া জুপুৰীত উপস্থিত হৈছিলগৈ। তেখেতে মহাপুৰুষ সকলৰ বাণীৰ পৰা তিনিটাকৈ অতি মূল্যবান আৰু অতি আৱশ্যকীয় কথা সংগ্ৰহ কৰি 'তিনিটি কথা' নামেৰে এখন চাৰ্ট কৰি তাক মোৰ দ্বাৰা ভালকৈ লিখাই লৈ মোৰ হাতৰ আখৰৰ নমুনা ৰাখিছিল। মই যোৰহাটৰ পৰা কাকজান গৱৰ্ণমেণ্ট এম. ই. স্কুললৈ বদলি হৈ গৈছিলো যদিও, যোৰহাটৰ পৰাই তালৈ অহা-যোৱা কৰি আছিলো। নৰ্মাল স্কুলৰ সংস্কৃত শিক্ষক স্বৰ্গীয় উমাকান্ত গোস্বামীদেৱক কেন্দ্ৰ কৰি নৰ্মালৰ ছাত্ৰসকলৰ মাজত গঢ়ি উঠা গীতাৰ্থী তথা সৎসঙ্গী দলত মই যোগদান কৰিছিলো। তাত স্বৰ্গীয় মিত্ৰদেৱ মহন্তৰ লগতে বৰ্মনদেৱকো প্ৰায়ে লগ পাইছিলো। এদিনৰ কথা মনত আছে। পূজনীয় মহন্তদেৱৰ পৌৰোহিত্যত হোৱা নাম-কীৰ্তনত মহন্তদেৱে নিজে ভোৰতাল লৈ পৰম উৎসাহেৰে আৰু অতি আন্তৰিকতাৰে শঙ্কৰদেৱ ৰচিত "সেৱক বুলিয়া পালিয়ো ৰাম, চৰণে শৰণ লৈলো,

তোমাত ভকতি নকৰি কৃপালু জনম বিফল কৈলো"— এই ঘোষাটি লগাই দিছিল আৰু আমি আটায়ে কণ্ঠ মিলাই গোৱাত সকলোৰে মন ভক্তিভাৱত আপ্লুত হৈছিল। বৰ্মনদেৱে ঘোষাটিৰ ৰস উপলব্ধি কৰি মহন্তদেৱক আৰু ভক্তসকলক বাৰে বাৰে প্ৰশংসা কৰিছিল। ইয়াৰ পৰাই তেখেত কেনে গভীৰ ভাৱৰ অনুৰাগী আছিল তাক অনুমান কৰিব পাৰি। এইজনা গুণী পুৰুষৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা-ভক্তি সদায় আছিল আৰু আগলৈয়ো থাকিব।

□□

# কাশীনাথ বৰ্মন ঃ
# তেখেতক যেনেদৰে জানিছিলো

সুপ্ৰভা গোস্বামী

মোৰ পিতা ৺শৰৎ চন্দ্ৰ গোস্বামী যোৰহাট নৰ্মাল স্কুলৰ 'চুপাৰিণ্টেডেণ্ট'ৰ পদত আছিল। 'চুপাৰিণ্টেডেণ্ট'ৰ ধুনীয়া খেৰৰ চাংবঙলাটোতে মই মনত পৰাৰ পৰা ৺কাশীনাথ বৰ্মনদেৱক দেখিছিলো। কাশীনাথ বৰ্মন, আদ্যনাথ শৰ্মা, হৰিনাৰায়ণ দত্তবৰুৱা আৰু প্ৰাণনাথ বুজৰবৰুৱা— এই চাৰিজনক প্ৰতিদিনেই আমাৰ ঘৰত দেখা পাইছিলো। পিতাৰ অনেক বন্ধু-বান্ধৱ, আত্মীয়-স্বজন আৰু ছাত্ৰসকলৰো অনেকৰে আমাৰ ঘৰলৈ সঘনে অহা যোৱা আছিল নানা প্ৰয়োজনত। কিন্তু মই নাম কোৱা এই কেইগৰাকীয়ে সদায় সন্ধ্যা পৰত একোবাৰ গৈছিলেই – তেওঁলোকৰ মাজত নানা তৰহৰ কথা-বতৰা হৈছিল। তেওঁলোক ভিতৰকালৰ বাৰাণ্ডা নাইবা জহকালি চাক-চিকুণকৈ ৰখা আহল-বহল ভিতৰ চোতালত বহিছিল। আগৰ দিনত ভিতৰুৱা কোঠা বা শোৱা কোঠালৈ ঘৰৰ মানুহৰ বাহিৰে আন মানুহ নোসোমাইছিল। সেইকথা একপ্ৰকাৰ অলিখিত নিয়মৰ দৰে আছিল।

কাশীনাথ বৰ্মন পিতা আৰু মাইৰ বৰ প্ৰিয়পাত্ৰ আছিল। সেইবাবে তেখেতৰ প্ৰতি আমাৰো আপোনভাব জন্মিছিল। কাশীনাথ বৰ্মনক পিতা আৰু মাই-এ 'কাশী' বুলি নাম ধৰি মাতিছিল। বাকী সকলে 'কাশীবাবু' বুলি উল্লেখ কৰিছিল। আমি সকবিলাকে তেখেতক সন্মুখত একো নুবুলিছিলো, কিয় কব নোৱাৰোঁ। কিন্তু তেখেতৰ পত্নীক 'বৌ' বুলি মাতিছিলো। তেখেতো বৰ সাদৰী আৰু সৰল প্ৰকৃতিৰ

আছিল। মাজে মাজে মাইৰ লগত মই তেওঁলোকৰ ঘৰলৈ গৈছিলো। যদিও বৰ্মনদেৱ সদায় আমাৰ ঘৰলৈ গৈছিল, তেখেতৰ পত্নী কিন্তু বৰকৈ নোলাইছিল সেই সময়ত। মুখ আন্ধাৰ লগা সময়ত কেতিয়াবাহে গৈছিল— তেখেতসকলৰ প্ৰথম সন্তান হোৱাৰ পাচত। আগ ডোখৰত বৰকৈ নোলাইছিল।

যোৰহাট নৰ্মাল স্কুলৰ তিনিখন 'প্ৰেক্টিচিং স্কুল' আছিল— ১ নং, ২ নং আৰু ৩ নং। মই নিচেই সৰুতে ১ নং স্কুলখনত পঢ়িছিলো। মই পঢ়া সময়ত সেই স্কুলত কাশীনাথ বৰ্মনক দেখা নাছিলো। তোষেশ্বৰ শৰ্মা বুলি এজন মাষ্টৰে আমাক পঢ়াইছিল। মই ১ নং স্কুলত তৃতীয়মান শ্ৰেণীলৈ পাঢ় চতুৰ্থ মানলৈ উঠাৰ লগে লগে প্ৰায় ৯ বছৰ মান বয়সত সেই স্কুলৰ পৰা যোৰহাট ছোৱালীৰ এম. ই স্কুলত পঢ়িছিলো। কাশীনাথ বৰ্মনে কোনখন প্ৰেক্টিচিং স্কুলত শিক্ষকতা কৰিছিল, নে নৰ্মাল স্কুলতে কৰিছিল মনত নপৰে।

পিতাই মোক নিচেই সৰুতে খবৰ কাগজ পঢ়োঁতে ডাঙৰ ডাঙৰ অসমীয়া আৰু ইংৰাজী আখৰবিলাক চিনাই দিছিল। তেনেকৈ, কব নোৱাৰাকৈয়ে মই আখৰ চিনিছিলো। পাচত কাশীনাথ বৰ্মনৰ ওচৰত পঢ়িছিলো। তেখেতে মোক হাতৰ আখৰ লিখাইছিল, পাঠ পঢ়াইছিল আৰু নেওতা শিকাইছিল: সৰু সৰু অঙ্কও শিকাইছিল। আমি সৰুতে হাতৰ আখৰ লিখা বাধ্যতামূলক আছিল। কাশীনাথ বৰ্মনৰ দৰে বিচক্ষণ শিক্ষকৰ তত্বাৱধানত মোৰ প্ৰকৃত লিখা-পঢ়া আৰম্ভ হোৱা বাবে লিখা পঢ়ালৈ সৰুৰে পৰা মোৰ আগ্ৰহ জন্মিছিল, নাইবা আমনি নালাগিছিল। কণ কণ ল'ৰা-ছোৱালীৰ মনত লিখা-পঢ়াৰ প্ৰতি আগ্ৰহ জন্মাব পাৰে মৰমিয়াল আৰু শিক্ষাদানৰ প্ৰতি নিজকে একান্তভাবে নিয়োগ কৰিব পৰা শিক্ষকেহে। কাশীনাথ বৰ্মন এই সকলো গুণৰে অধিকাৰী আছিল।

আজি-কালি প্ৰাথমিক শিক্ষাৰে পৰা বিশ্ববিদ্যালয়লৈকে সকলো ক্ষেত্ৰতে শিক্ষাদাতা আৰু শিক্ষাগ্ৰহীতাসকলৰ বিষয়ে বাতৰি কাকত

ছিলাকত পঢ়িবলৈ পোৱা বাওবিবিলাকে মনটো বিমর্ষ কৰি পেলায়। মনত বৰ দুখ হয় আমাৰ উঠি অহা 'পিৰি'টোৰ কথা ভাবি। কাশীনাথ বৰ্মনৰ দৰে সুদক্ষ, সচেতন আৰু মৰমিয়াল, কৰ্তব্যনিষ্ঠ শিক্ষকৰ দৰে শিক্ষকৰ তত্বাৱধানত আমাৰ কণ কণ ল'ৰা-ছোৱালীবিলাকে যদি শিক্ষা লাভ কৰিবলৈ সুযোগ পালেহেঁতেন, তেতিয়াহলে অসমৰ শিক্ষাদান প্ৰথাই সমগ্ৰ দেশতে সমাদৰ লাভ কৰিব পাৰিলেহেঁতেন বুলি মোৰ বিশ্বাস। আশাকৰোঁ তেনে দিন শীঘ্ৰে আহিব।

কাশীনাথ বৰ্মন যে কেৱল এজন বিচক্ষণ শিক্ষকহে আছিল এনে নহয়। তেখেত এগৰাকী সাহিত্যিকো আছিল। 'নাৰীবত্ন', 'পুৰুষ বত্ন', 'অমৰ কাহিনী' আদি কেবাখনো উল্লেখযোগ্য কিতাপ তেখেতে লিখি থৈ গৈছে। পিতাৰ দিনত অসম সাহিত্য সভাৰ লগতো তেখেতৰ সক্ৰিয় সহযোগ আছিল।

মোৰ বিয়া হোৱা আগলৈকে মই বৰ্মনদেৰক প্ৰায়েই লগ পাইছিলো। তাৰ পাচত মোৰ স্বামী ৺গকুল চন্দ্ৰ গোস্বামীৰ কৰ্ম-ক্ষেত্ৰ ডিগবৈ আৰু চিলেটলৈ গলো। সেই সময়ৰ পৰা কাশীনাথ বৰ্মন আৰু তেখেতৰ পৰিয়ালৰ লগত দেখা সাক্ষাৎ পাতল হৈছিল। তেখেতসকলে কোন সময়ত যোৰহাট এৰি নাজিৰালৈ গৈছিল মনত নপৰে। বোধকৰোঁ মই তেতিয়া চিলঙত আছিলো। নাজিৰালৈ যোৱাৰ পাচতো তেখেতে চিঠি-পত্ৰ দি আমাৰ খা-খবৰ লবলৈ এৰা নাছিল। আমিও চিঠি-পত্ৰ দি থাকিছিলো। দুবাৰমান কিবা কামত চিলঙলৈ যাওঁতে তেখেত আমাৰ ঘৰতে আছিলগৈ। বৰ ভাল লাগিছিল তেখেতক আমাৰ ঘৰত পাই।

১৯৩৪ চনৰ ডিচেম্বৰ মাহৰ ১৯ তাৰিখে দিল্লীত পিতাৰ সন্ন্যাস ৰোগত হঠাতে মৃত্যু ঘটাৰ পাচত বৰ্মনদেৰৰ পৰা বৰ মৰমেৰে লিখা চিঠি এখন পাইছিলো। মোৰ মা ভুবনেশ্বৰী গোস্বামীয়ে পিতাৰ জীৱনী এখন লিখাৰ কথা কৈ আছিল। আমি কাশীনাথ বৰ্মনকে সেই ভাৰ দিলে উৎকৃষ্ট হ'ব বুলি ভাবিলো। সেই বিষয়ে তেখেতলৈ

চিঠি দিয়া হ'ল। তেখেতে আগ্ৰহেৰে সন্মতি জনালে। আমি বৰ ভাল পালো। জীৱনীৰ বাবে যি যি তথ্য পাতিৰ আৱশ্যক, আমি পাৰ্যমানে তেখেতক যোগাৰ কৰি দিছিলো। এই সময়তে তেখেতে মোলৈ এখন বৰ মৰমেৰে চিঠি লিখি অতি সংকুচিত ভাৱে জনাইছিল যে জীৱনী লিখাৰ বাবে প্ৰয়োজনীয় কাগজ-পত্ৰাদিৰ বাবে আমি যদি সামান্য অৰ্থ আগবঢ়াওঁ, তেনেহলে সুবিধা হয়। আমাৰ এই ক্ৰটিৰ বাবে বৰ লাজ পালোঁ। তৎক্ষণাৎ তেখেতে কোৱা মতে তেখেতৰ নিৰ্দেশমতে কিছু অৰ্থ আগবঢ়োৱা হ'ল। তেতিয়া যুদ্ধৰ পাচৰ অতি দুৰ্মূল্যৰ দিন। 'ফুলস্কেপ' কাগজৰ ওপৰত ডাঠ 'ব্ৰাউন' ৰঙৰ কাগজৰ বাকলা লগোৱা তিনিখন ৩/৪ শ পৃষ্ঠামানলৈ থকা বহীত তেখেতে পিতাৰ জীৱনী এখন লিখি দিছিল - অতি পৰিপাটি সুন্দৰ হাতৰ আখৰেৰে। তেখেতৰ হাতৰ আখৰ পৰিপাটি, সমান আৰু ফট্‌ফটীয়া আছিল। সেই সময়ত সম্পূৰ্ণ জীৱনীখন ছপাবলৈ নানা কাৰণত অসমৰ্থ হোৱাত প্ৰধান প্ৰধান কথা খিনিৰে 'শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী' বুলি সৰু জীৱনী এখন ছপোৱা হৈছিল।

শ্ৰীঅতুল চন্দ্ৰ বৰুৱাই চিলঙত চাকৰি কৰি থকা সময়ত তেখেতেও শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী এখন লিখিছিল। তেখেতক এই বিষয়ে লাগতিয়াল তথ্যপাতি, চিঠি-পত্ৰ আদি দিয়া আৰু কাগজ পত্ৰ আদিৰ বাবে কিছু অৰ্থ আগবঢ়োৱা হৈছিল।

অসম সাহিত্য সভাই 'শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী' উৎসৱ পালন কৰা সময়ত এই দুয়োখন কিতাপৰ সমল লৈ শৰৎ চন্দ্ৰ গোস্বামীৰ জীৱনী এখন উলিওৱা হৈছিল। লেখক অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱ। কাশীনাথ বৰ্মনে লিখা জীৱনীৰ পাণ্ডুলিপি আৰু শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱে লেখা জীৱনী খনৰ পাণ্ডুলিপি মোৰ লগত আছে। পিতাৰ আন আন কিতাপ-পত্ৰ, পাণ্ডুলিপি আদিৰ লগত সযতনে থোৱা হৈছে।

তুসপ্তাহমানৰ আগতে কাশীনাথ বৰ্মনৰ বৰ পুত্ৰ শ্ৰীমান শিৱনাথ বৰ্মন মোৰ ওচৰলৈ আহিছিল, কাশীনাথ বৰ্মনৰ জন্মভূমি চামতাত হ'বলগীয়া তেওঁৰ 'জন্ম শতবাৰ্ষিকী' উৎসৱলৈ মোক নিমন্ত্ৰণ জনাবলৈ আৰু সময়মতে মোক তালৈ নিয়া হ'ব বুলি ক'বলৈ। কথাটো শুনি মই বৰ ভাল পালো। কিন্তু মনত বেজাৰো পালো মই সেই উৎসৱত যোগ দিব নোৱাৰিম বাবে। কাৰণ ইতিমধ্যে মোৰ বিদেশলৈ যোৱাৰ সকলোবিলাক ব্যৱস্থাই ঠিক হৈ আছে। শ্ৰীমান বৰ্মনে ক'লে যে অলপ দিনৰ কথা হলে তেওঁলোকে শতবাৰ্ষিকী উৎসৱৰ দিনটো পিচুৱাই দিলেহেঁতেন। কিন্তু যিহেতু মোৰ যোৱাৰ দিন পিচুওৱা সম্ভৱ নহয়, সেই দেখি শ্ৰীবৰ্মনৰ কথা শুনি মনত তুগুণে বেয়া লাগিল। মোৰ প্ৰথম শিক্ষক, আমাৰ ঘৰ ঘৰোৱাহৰ আপোন মানুহ, বিচক্ষণ শিক্ষক, সাহিত্যিক কাশীনাথ বৰ্মন দেৱৰ জন্ম শতবাৰ্ষিকী উৎসৱ সুকলমে, সুচাৰুৰূপে উদ্‌যাপিত হওক, তেখেতৰ প্ৰতি আন্তৰিক শ্ৰদ্ধাৰে তাক কামনা কৰিলোঁ।

[ ]

# শিক্ষাগুৰু কাশীনাথ বৰ্মন : কিছু স্মৃতি

শিৱপ্ৰসাদ বৰুৱা

১৯২৩ চনৰ দুই জানুৱাৰী মোৰ জীৱনৰ এটা পবিত্ৰ দিন। এই দিনটোতেই মোৰ বৰ ককাইদেউ অয়েল ইণ্ডিয়া লিমিটেডৰ (ডুলিয়াজান) প্ৰাক্তন চীফ কনষ্ট্ৰাক্চন ইঞ্জিনীয়াৰ প্ৰয়াত নগেন্দ্ৰনাথ বৰুৱাই মোক যোৰহাটৰ ৩ নং প্ৰেক্টিচিং স্কুলৰ দ্বিতীয় শ্ৰেণীত নাম লগাই দিয়ে। (ইয়াৰ আগতে মই পঢ়িছিলো টীয়কৰ প্ৰাথমিক বিদ্যালয়ত)। এখন আঠহতীয়া কঢ়া বাদাম বৰণীয়া ধুতি, এটা বগা, হাতৰ মুঠিলৈকে পৰা কামিজ আৰু বুকুলৈকে বুটাম থকা ক'লা ৰঙৰ এটা কোটচোলা পিন্ধাই মোক স্কুললৈ অনা হৈছিল। আই সৰস্বতীক আৰাধনা কৰি মই এই বিদ্যামন্দিৰত প্ৰৱেশ কৰিছিলো। সেই সময়ত ৩ নং প্ৰেক্টিচিং স্কুলৰ হেডমাষ্টৰ আছিল ৺ কাশীনাথ বৰ্মনদেৱ, চেকেণ্ড মাষ্টৰ ৺ নকুল চন্দ্ৰ সভাপণ্ডিত আৰু থাৰ্ড মাষ্টৰ ৺ মুক্তানাথ দত্ত।

হেডমাষ্টৰ বৰ্মনদেৱে আমাক হাতৰ আখৰ, সাহিত্য, বানান আৰু শ্ৰুতলিপি শিকাইছিল। চেকেণ্ড মাষ্টৰ সভাপণ্ডিতদেৱে শিকাইছিল অঙ্ক আৰু মৌখিক, আৰু থাৰ্ড মাষ্টৰ দত্তদেৱে হাতৰ কাম, ড্ৰইং, ভূগোল আৰু কছৰৎ। তিনিগৰাকী শিক্ষকৰ ভিতৰত থাৰ্ড চাৰক বৰ ভয় কৰিছিলো— বৰ কঢ়া শিক্ষক আছিল তেওঁ। অলপ ভুল হলেই উৰাই ঘুৰাই কোবাইছিল। এবাৰ 'ব্ৰহ্মপুত্ৰ নদী ক'ৰ পৰা ওলাই ক'ত পৰিছে !'— এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰাত তেখেতে মোক ইমানকৈ কোবাইছিল যে আজিও চাৰৰ চেকনিৰ কোব গাত লাগি

থকা যেন লাগে। যা হওক, এই ঘটনাৰ ভালেমান বছৰৰ পিছত ১৯৬৭ চনত মই 'লুইতৰ পাৰে পাৰে' নামৰ এটা দীঘল প্ৰবন্ধ লিখিছিলো। 'নৱধাৰা' নামৰ এখন আলোচনীত এইটো প্ৰকাশ পাইছিল। ব্ৰহ্মপুত্ৰৰ পৌৰাণিক আখ্যান, ইয়াৰ উহ আৰু ক'ত কি নাম লৈ ই ভাৰত মহাসাগৰত পৰিছে— ইত্যাদি কথাৰ আলোচনা প্ৰবন্ধটোত কৰা হৈছিল। প্ৰবন্ধটো ৰচিত হৈছিল ছাগৈ মুক্তানাথ দত্তদেৱৰ এছাঁৰিৰ কোবৰ প্ৰভাৱতেই।

হেডচাৰ বৰ্মন ডাঙৰীয়া আছিল ওখ পাখ; ধুনীয়া মুখ আৰু অপূৰ্ব লয়লাসেৰে এজন দেখনিয়াৰ ব্যক্তি। তেখেত আছিল মৰম, ধৈৰ্য ন্যায়নিষ্ঠা আৰু নিয়মানুৱৰ্তিতাৰ জ্বলন্ত প্ৰতীক। তেখেতৰ কেতিয়াও খঙ উঠা আমি দেখা নাছিলো। তেখেতৰ মিঠা মুখৰ বাণীয়ে আমাক মুগ্ধ কৰিছিল। তেখেতৰ চেকনিৰ কোব কেতিয়াও গাত পৰা নাছিল বা গেমেহা ভুকু, কাণ মোচৰা আদিও তেখেতৰ পৰা পোৱা মনত নপৰে। গুৰুজনাৰ সুন্দৰী সুৰীয়া, হাস্যমধুৰ মাতষাৰি, তেখেতৰ প্ৰশান্ত মূৰ্তি আজিও মনলৈ ৰিণিকি ৰিণিকিকৈ আহি থাকে।

আমি ৩ নং প্ৰেৰ্গ ষ্টচিং স্কুলত পঢ়ি থকা কালত অসমৰ স্কুল সমূহৰ তেতিয়াৰ ইন্‌স্পেক্টৰ জি. এ. স্মল চাহাবে ২/৩ বাৰ স্কুল পৰিদৰ্শন কৰিছিল। কাৰোবাৰ চকুত কেঁচকুৰি আছেনে, হাতৰ নখ ভালকৈ কটা হৈছেনে, দাঁত চাফা হৈ আছেনে, কাপোৰ-কানি নিয়াৰিকৈ পিন্ধিছেনে— আদিলৈ তেখেতে বেছ চকু দিছিল আৰু তেখেতৰ এনেবোৰ 'পৰীক্ষা'ত উত্তীৰ্ণ হোৱা ছাত্ৰক তেখেতে একোটা চিকচিকীয়া চৰতীয়া, আদমহীয়া বা সিকি উপহাৰ দিছিল। ময়ো এবাৰ মাননীয় স্মল চাহাবৰ পৰা এটা চিকচিকীয়া সিকি উপহাৰ পাইছিলো। মই সিকিটো পোৱাত বৰ্মন চাৰৰ কি আনন্দ, কি গৌৰৱ! মৰমৰ ছাত্ৰ এজনে স্মল চাহাবৰ উপহাৰ পোৱাৰ কথা তেখেতে বাটে ঘাটে কৈ ফুৰা আজিও মোৰ মনত আছে। এনেকুৱাই আছিল

তেতিয়াৰ গুৰু শিষ্যৰ মধুৰ সম্বন্ধ — মৰম আৰু শ্ৰদ্ধাৰ দুটা অবিচ্ছেদ্য ফাল।

১৯৩৭ চনৰ পৰা ১৯৪৭ চনলৈকে মই কলিকতাত বি এ ডিগ্ৰী সম্পূৰ্ণ কৰি 'বৰদৈচিলা'ৰ প্ৰকাশন আৰু সম্পাদনৰ কামত ব্যস্ত আছিলো। মই কলিকতাত স্থায়ীভাবে থকাৰ মানস কৰিছিলো আৰু সাময়িকভাবে ১৬ নং মাৰ্কাচ ৰোডৰ মাৰ্কাচ বোৰ্ডিঙত এটা কোঠা ভাৰা কৰি 'বৰদৈচিলা'ৰ কাৰ্য্যালয় তথা নিজৰ থকা-মেলা, খোৱা-বোৱাৰ ব্যৱস্থা কৰি আছিলো। গোপাল ওৰফে কেষ্ট' নামৰ এটা বঙালী লগুৱা আছিল। সি ৰন্ধা-বঢ়া কৰিছিল : সৰা-মোচা, বাচন-বৰ্তন ধোৱা আদি কাম কৰিছিল মাধবী সাহা নামৰ বাই এজনীয়ে।

এবাৰ পূজনীয় চাৰ কাশীনাথ বৰ্মনে মোলৈ আগতীয়াকৈ চিঠি দি কলিকতালৈ আহিছিল। তেখেতৰ উদ্দেশ্য আছিল দুটা — 'নাৰীৰত্ন' পুথিখন কলিকতাৰ প্ৰেচত ছপাই লৈ যোৱা আৰু সেই সময়ত কলিকতাত বহা হিন্দু মহাসভা চোৱা। মই চাৰক হোটেলত থাকিবলৈ নিদি মোৰ লগতে ৰাখিলো। তেখেতে মোক পাই নিজৰ ঘৰখন পোৱা যেন পালে। মাধৱী আৰু গোপালে তেখেতক পৰিচৰ্য্যা কৰিলে। মোৰ গুৰুজনা বুলি জানি চাৰলৈ সিহঁতৰ অসীম শ্ৰদ্ধা হৈছিল। মনত আছে, চাৰে গৰম জিলাপী কিনি আমাক খুৱাইছিল। (এখন জিলাপীৰ দাম তেতিয়া এপইচা)। চাৰৰ বাবে মই ৰৌ মাছৰ তলপেটি কিনি আনিছিলো। চাৰে দৈ ভাল পাইছিল। মই বজাৰৰ পৰা দৈ আৰু ৰাব্‌ৰি আনি চাৰক খাবলৈ দিছিলো।

কলিকতাত তেতিয়া হিন্দু মহাসভাৰ পয়োভৰ। বাটে-পথে হিন্দু মহাসভাৰ বেনাৰ, ফেষ্টুন। হোটেল, বোৰ্ডিং হাউচ আদি হিন্দু মহাসভা চাবলৈ অহা দৰ্শক-প্ৰতিনিধিৰে ভৰপূৰ। হিন্দু মহাসভাৰ সভাপতি বীৰ দামোদৰ সভাৰকাৰ আহিব। মহানগৰীৰ আহল-বহল দেশবন্ধু পাৰ্কত প্ৰায় ৩/৪ লক্ষ লোকৰ বাবে সজা বিৰাট মণ্ডপ।

চাৰে মোক কলে, 'হিন্দু মহাসভা চাবলৈ মোৰ লগত ওলাবা। মই বাট-পথ চিনি নাপাওঁ। তুমি নিজে মোক লৈ যাব লাগিব।' চাৰৰ প্ৰস্তাৱত মই বিমোৰত পৰিলোঁ। কাৰণ মই কংগ্ৰেছ সেৱক। কেবাখনো কংগ্ৰেছ অধিবেশনলৈ গৈছোঁ। হিন্দু মহাসভা কংগ্ৰেছৰ বৈৰী, নেহৰু আদিৰ মতে সাম্প্ৰদায়িক দল। গতিকে মই কেনেকৈ যাম? ভাবি-চিন্তি চাৰক মনৰ কথাটো কলোঁ। চাৰে কলে, 'কংগ্ৰেছী হলা কি দোষ হ'ল? এনে বিৰাট সভা এখনো নাচাবানে? ৰেলত বা ট্ৰাম-বাছত অকল কংগ্ৰেছৰ মানুহেই যায়নে? কমিউনিষ্ট, মুচলিম লীগৰ মানুহ নাযায় নেকি? তুমি কংগ্ৰেছী জানো; কিন্তু হিন্দুসভানো কি, ইয়াৰ দৰ্শন, কৰ্মপন্থা কেনেকুৱা— এইবোৰৰ বুজ লোৱাটোও তোমাৰ কৰ্তব্য নহয় জানো? তদুপৰি তুমি দৰ্শক হিচাপেহে যাবা। পথচাৰীয়ে ক্ষন্তেক ৰৈ বান্দৰ নাচ নচুওৱা নাচায় জানো?' চাৰৰ যুক্তি পানী নসৰকা। মই চাৰৰ লগত হিন্দু মহাসভালৈ গলো আৰু সভাত সভাৰকাৰে দিয়া হিন্দুবাদৰ ব্যাখ্যা শুনি আপ্লুত হলো।

কাশীনাথ বৰ্মন আছিল মোৰ পৰম আৰাধ্য শিক্ষাগুৰু। তেখেতে কলিকতাত থকা দিনকেইটাত মোক যি উপদেশ-পৰামৰ্শ দিছিল, সেইবোৰ আজিও মোৰ বাবে কাশীৰ গঙ্গানদীৰ পুণ্যস্নানস্বৰূপ।



# কাশীনাথ বৰ্মন, মই যিদৰে জানিছিলো

লাৱণ্য বৰুৱা

যোৱা মাৰ্চ মাহৰ প্ৰথম সপ্তাহত সু-সাহিত্যিক কাশীনাথ বৰ্মনৰ প্ৰথম পুত্ৰ শ্ৰীমান শিৱনাথ বৰ্মন আহি মোক কলেহি যে তেখেতৰ পিতৃৰ বিষয়ে দুআষাৰমান লিখি দিব লাগে— কিয়নো তেখেতৰ পিতৃৰ জন্ম-শতবাৰ্ষিকী পৰিছে এই বছৰতে।

কথাষাৰত মই বৰ বিমোৰত পৰাদি পৰিলোঁ— কাৰণ তেখেতৰ পিতৃৰ বিষয়ে সমুদায় লিখিবৰ বাবে মোৰ তেনে বিশেষ অভিজ্ঞতাও নাই; কিয়নো তেখেত যেতিয়া যোৰহাটত নৰ্মাল স্কুলত চাকৰি কৰি আছিল, আমি সেইসময়ত যোৰহাট চৰকাৰী ছোৱালী এম. ই. স্কুলৰ ছাত্ৰী। মাত্ৰ মই ইয়াকে জানো, তেখেত আমাৰ স্বৰ্গীয় পিতা সিদ্ধিনাথ কলিতাৰ অন্তৰঙ্গ বন্ধু। তেখেত যোৰহাটত থকা দিনকেইটাত তেখেতৰ বিষয়ে মোৰ ক্ষুদ্ৰ মস্তিষ্কই ঢুকি পোৱা দুষাৰমান কথা মনত পেলাই এই লেখাখিনি আৰম্ভ কৰিলোঁ।

তেখেত যেতিয়া যোৰহাটত আছিল, তেতিয়া আমি চতুৰ্থ-পঞ্চম মানৰ ছাত্ৰী। চৰকাৰী বালিকা মধ্য ইংৰাজী বিদ্যালয়ত পঢ়োঁ। সেই সময়ত তেখেতৰ চৰকাৰী বাসভৱনটো আমাৰ বিদ্যালয়ৰ পৰা নাতিদূৰত অৱস্থিত। সেই চৰকাৰী ঘৰটো এতিয়াও আছে। তেখেতৰ বৰ জীয়ৰী জয়ন্তী আমাৰ সম-সাময়িক। মোতকৈ এক শ্ৰেণী ওপৰত পঢ়িছিল। সেই সুযোগতে আমি স্কুলৰ পানী খোৱা ছুটী আৰু স্কুল ছুটীত তেওঁলোকৰ ঘৰলৈ যাওঁ। আকৰ্ষণ আছিল প্ৰধানকৈ স্বৰ্গীয় বৰ্মনদেৱৰ ঘৰত থকা গোলাপ জামুজোপা। জামু খাবলৈ ভাল-

পোৱা বাবেই সেই আপুৰুগীয়া খাদ্য খাই জিভাৰ তৃপ্তি লৈছিলো। জামু পকাৰ দিনত আমাৰ তালৈ যোৱাটো সঘন হৈছিল। অকল এয়ে নহয়, তেখেতৰ পৰিবাৰেও আমাক মৰম কৰি ইটো-সিটো খোৱা বস্তু ধাঁচিছিল— যিহেতু তেখেতৰ পৰিয়ালৰ লগত আমাৰ ঘৰুৱা সম্বন্ধও আছিল।

প্ৰায়েই আবেলি বৰ্মনদেৱে আমাক পিতা স্বৰ্গীয় সিদ্ধনাথ কলিতাৰ ঘৰলৈ গৈছিল। বহুতো সময় ভাৱৰ আদান-প্ৰদান কৰিছিল— সাহিত্য, সমাজ, ৰাজনীতি, বিজ্ঞান আদিৰ বিষয়ে। বিশেষকৈ, আমাৰ পিতাই সেই সময়ত যোৰহাটত প্ৰতিষ্ঠা কৰা ৰাসায়নিক প্ৰতিষ্ঠান 'অসম কেমিকেল ওৱাৰ্কচ'ৰ বিষয়েও আলোচনা কৰা শুনিছিলো। পিতাই তেখেতক আক্ষেপ কৰি কোৱা কেই আষাৰ মান কথা আজিও মোৰ মনত পৰে – "কাশীবাবু, (পিতাই কৰা সম্বোধন) মই প্ৰতিষ্ঠানটো বহুতো কষ্ট কৰি পাতিলো। ইয়াৰ ভৱিষ্যত সম্পৰ্কে মই একো নাজানো। ই বা থাকে নে নাথাকে?" আজি সেয়ে হ'ল, উপযুক্ত অধিকাৰীৰ অভাৱত আজি 'অসম কেমিকেল ওৱাৰ্কচ' মুমূৰ্ষ অৱস্থাত - অধিক কি মৃত বুলিয়েই ক'ব পাৰি। তেখেতে পিতাৰ লগত অসম কেমিকেলৰ লাভালাভ, ভৱিষ্যত, প্ৰচাৰ সম্বন্ধেও আলোচনা কৰা শুনিছিলো। দুয়ো অন্তৰঙ্গ বন্ধু যে আছিল তাৰ পৰাই বুজিব পাৰি।

সেই সময়ত যোৰহাট ষ্টেচনত থকা আমাৰ মাতৃগৃহত পিতাৰ বন্ধুবিলাক প্ৰায়ে গৈছিল। তাৰ ভিতৰত কাশীনাথ বৰ্মনো এজন আছিল। পিতাৰ লগত কথা পাতি থাকোঁতে এদিন শুনিছিলো, বৰ্মনদেৱে কোৱা, "চাওকচোন সিদ্ধিবাবু, (পিতাক তেখেতে এই বুলি সম্বোধন কৰিছিল) আজি এটা ল'ৰাই তাৰ নাম লক্ষ্য বানানটো লক্ষ লিখিছিল। মই তাক কোনটো অৰ্থত লিখা বুলি সুধি বানানটো বুজাই কৈ দিলোঁ।" ইয়াৰ পৰা বুজা যায় তেওঁৰ বৰ্ণাশুদ্ধিৰ ওপৰত অধিকাৰ। ভুল বানান লিখিলে তেখেতে বৰ বেয়া পাইছিল।

এইবোৰ শুনিয়েই নে কি বানানৰ প্ৰতি মোৰো সজাগতা বাঢ়িছিল। সকৰে পৰাই অভিধান খুলি সন্দেহ থাকিলে বানান শুদ্ধকৈ লিখাৰ বীজ এইজন মনীষীৰ পৰাই আয়ত্ত কৰিছিলো যেন পাওঁ। বানান ভুলকৈ লিখা দেখিলে তেখেতৰ বিৰাট খং উঠিছিল। তেখেতে লিখা সাহিত্যৰ পুথি 'অতুল পাঠমালা' চিৰিজটো আমাৰ ভাইটি-ভনটিহঁতে পঢ়া দেখিছিলো— আমি স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত 'সাহিত্য সোপান'হে পঢ়িছিলো। তেখেতে লিখা 'নাৰীৰত্ন' সকতেই পঢ়ি ভাৰতীয় মহীয়সী নাৰীসকলৰ বিষয়ে জ্ঞান লাভ কৰিছিলো।

আৰু এটা কথা মোৰ মনত পৰে। তেখেতৰ পুত্ৰ শিৱনাথে স্বৰ্গীয় বৰ্মনে হোকা খোৱাৰ বিষয়ে এটা প্ৰবন্ধত উল্লেখ কৰিছে। তেখেতে ধপাত খোৱা আমি নিজেই দেখিছিলো। আমাৰ পিতায়ো ধপাত খাইছিল। তেখেত আহিলে আমিয়েই ধপাত জ্বলাই দিছিলো। সেই সময়ত আৰু এগৰাকী প্ৰখ্যাত ব্যক্তি আমাৰ ঘৰলৈ আহিছিল। তেখেতেও ধপাত খাইছিল। তেখেত আছিল 'জ্যামিতি পৰিচয়'ৰ লেখক স্বৰ্গীয় প্ৰাণনাথ বুজৰবৰুৱা। পিতা আৰু স্বৰ্গীয় বৰ্মনে একেটা হোকাতে একেডাল নলিচাতে টোবোক টোবোক শব্দ কৰি ধপাত খাইছিল। কিন্তু স্বৰ্গীয় বুজৰবৰুৱাই চিলিমটো লৈ কাগজৰ ঠোঙা এটাত ভৰাই লৈ খাইছিল। কিয়নো তেওঁ ব্ৰাহ্মণ আছিল। তেনে কৰিছিল পিতাৰ আৰু এজন বন্ধু কবিৰাজ স্বৰ্গীয় দেবেন চক্ৰবৰ্তীয়েও, —তেওঁ ব্ৰাহ্মণ। আমাৰ সমাজত জাত-পাতৰ ব্যৱস্থা যে কেনে আছিল, আজিৰ পুৰুষে সেইবোৰ নুবুজে আৰু মোৰ মনেৰে নুবুজাই ভাল। দেশ এতিয়া আমাৰ যুগতকৈ বহুতো প্ৰগতিৰ পথত।

সেই সময়ত আমাৰ পিতাৰ ওচৰত গোট খোৱা প্ৰখ্যাত সাহিত্যিক আদি বিশিষ্ট ব্যক্তিসকল আছিল স্বৰ্গীয় কাশীনাথ বৰ্মনৰ উপৰিও স্বৰ্গীয় দেবেশ্বৰ চলিহা, স্বৰ্গীয় কমলেশ্বৰ চলিহা, স্বৰ্গীয় ভিবেশ্বৰ নেওগ, স্বৰ্গীয় মিত্ৰদেৱ মহন্ত, স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মা, স্বৰ্গীয় গুণ গোবিন্দ দত্ত আদি। সন্ধিয়া সময়ত এইসকল ব্যক্তি আমাৰ যোৰহাট

টাউন ষ্টেচনৰ সমীপৰ ঘৰত গোট খাই বহুতো সভ আলোচনা হোৱা আমি শুনিছিলো। এইসকল ব্যক্তিৰ বহুমুখী প্ৰতিভা, ব্যক্তিত্ব আমি সকলে পৰাই প্ৰত্যক্ষ কৰিছিলো। পিতাৰ লগত বৰ্মনদেৱৰ ঘনিষ্ঠতাৰ আৰু এটা কাৰণ আছিল— দুয়ো চামতা-কৈঠালকুচি অঞ্চলৰ পৰা আহিছিল। পিতা স্থায়ীভাৱে যোৰহাটত থাকিবলৈ লৈছিল আৰু বৰ্মনদেৱ চাকৰিৰ দায়িত্বত আছিল। পিছলৈ তেওঁ নাজিৰাত স্থায়ীভাৱে ঘৰ দুৱাৰ সাজিছিল। নামনি অসমৰ হৈয়ো তেখেত উজনি অসমৰ বাসিন্দা বুলিহে ক'ব পাৰি।

বৰ্মনদেৱৰ পৱিত্ৰ জন্ম শতবাৰ্ষিকীৰ দিনত মই, তেখেতৰ বন্ধু-কন্যাই, যাঁচিলো তেখেতৰ প্ৰতি মোৰ অন্তৰ ভৰা শ্ৰদ্ধাঞ্জলি।



# মই, মনোমতী আৰু বৰ্মন চাৰ

দিলীপ কুমাৰ হাজৰিকা

শিৱসাগৰৰ বুৰঞ্জী প্ৰসিদ্ধ চ'ক বজাৰত দুজন বয়সীয়া লোকৰ এনেধৰণৰ কথোপকথন হৈছিল। বছৰ-মাহৰ কথা সঠিককৈ ক'ব পৰা নাযাব। ১৯৪৪ বা ১৯৪৫ চন। সময়খিনি অৱশ্যে টপৰাই ক'ব পাৰোঁ। দেউতাই মাজে-সময়ে বজাৰলৈ যোৱা সময়— গধূলি ৫ টা বজাৰ পৰা ৬ টালৈ।

দেউতাই সুধিছিল : দিলীপৰ টেবুলত আজি ৰজনীকান্ত বৰদলৈৰ মনোমতীখন দেখিলোঁ।

উত্তৰত ইজনে কৈছিল : হয়। মযেই তাক পঢ়িবলৈ দিছোঁ। আপোনাৰ ল'ৰাৰ সাহিত্যত ৰাপ আছে। বুৰঞ্জীত মানৰ আক্ৰমণৰ কথা কওঁতে প্ৰসঙ্গক্ৰমে মই 'মনোমতী'ৰ কথা উন্মুকিয়াইছিলো।

মোৰ দেউতা পীতাম্বৰ হাজৰিকাৰ প্ৰশ্নৰ উত্তৰ দিওঁতাজনেই আছিল আমাৰ সদা হাস্যময় শ্ৰদ্ধেয় কাশীনাথ বৰ্মন চাৰ। পঞ্চম শ্ৰেণীৰ পৰা সপ্তম শ্ৰেণীলৈকে শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ত আমি নিয়মীয়াভাবে সাহিত্য, ভূগোল আৰু বুৰঞ্জীৰ শিক্ষক হিচাপে বৰ্মন চাৰক পাইছিলো। বৰ্মন চাৰ আমাৰ কাৰণে আছিল সম্পূৰ্ণ "টেনচন্ ফ্ৰি" শিক্ষক। পূৰ্ণেশ্বৰ গগৈৰ ভয়ত গাপ মাৰি থকা অঙ্কৰ শ্ৰেণীৰ পিছত বৰ্মন চাৰ আছিল আমাৰ কাৰণে পৰিপূৰ্ণ "ৰিলিফ"। বৰ্মন চাৰ শ্ৰেণীত প্ৰৱেশ কৰাৰ লগে লগে ছাত্ৰ আৰু শিক্ষকৰ মাজৰ প্ৰাচীৰ দূৰলৈ আঁতৰি গৈছিল। বুৰঞ্জী, ভূগোল পঢ়ালেও চাৰ আছিল দৰাচলতে সাহিত্যৰ শ্ৰেণী-শিক্ষক। অসমীয়া নতুন কিতাপ কোনে কিমান পঢ়িছে

বুলি চাৰে সুধিলে আমাৰ ভিতৰত পোনচাটেই থিয় হৈছিল ভবেন ফুকন। সাহিত্যক দুই হাতে সাৱটি আলফুলকৈ মৰম কৰা দ্বিতীয়জন ব্যক্তি ভবেনৰ পিছত মোৰ গণনাত নাই। পুলিচৰ বৰমূৰীয়া বিষয়া হোৱাৰ পিছতো যেতিয়াই লগ পাওঁ, তেতিয়াই ভবেনে এটি মাত্ৰ প্ৰশ্ন কৰিছিল, "নতুন কি কিতাপ পঢ়িছা?" ভবেন আছিল বৰ্মন চাৰৰ বৰ প্ৰিয় ছাত্ৰ। আজি বৰ্মন চাৰৰ কথা ৰোমন্থন কৰোঁতে সেয়েহে মোৰ শৈশৱৰ এইজনা সাহিত্য প্ৰেমী বন্ধু ভবেনলৈ বৰকৈ মনঃ পৰিছে।

বৰ্মন চাৰৰ উপদেশত মই কেইজনমান বন্ধুৰ সতে লগ লাগি পদ্মনাথ গোহাঞিবৰুৱাৰ 'গাওঁবুঢ়া'ৰ কেইটিমান দৃশ্য এবাৰ আমাৰ স্কুলত গ্ৰীষ্মকালীন বন্ধৰ আগে আগে হোৱা সাংস্কৃতিক সমাৰোহত নিবেদন কৰিছিলো। গোহাঞি বৰুৱাৰ লিখনিৰ সৈতে মোৰ পৰিচয় ঘটিছিল বৰ্মন চাৰৰ উদগনিতেই; পদ্মনাথ গোহাঞিবৰুৱাৰ লিখনি চাৰৰ ইমান কিয় আপোন সেয়া পিচত গম পাইছিলো।

চাৰে সদায়েই আমাক বীৰ নেপোলিয়নৰ কথা কৈ এষাৰ কথা মনত ৰাখিবলৈ উপদেশ দিছিল। চাৰে কৈছিল, "তোমালোকে নিজকে প্ৰত্যেক কামৰ বাবে যোগ্য বুলি ভাবিবা আৰু তেতিয়াহে যোগ্যতাৰ শিখৰত উপনীত হ'ব পাৰিবা" নেপোলিয়নৰ কথাখিনি চাৰে ইংৰাজীত নেপোলিয়নৰ ভাষাত কৈছিল—

"They are able because they think they are able". চাৰৰ এই অমূল্য উপদেশে পিছৰ জীৱনত আমাৰ সকলোকেই অনুপ্ৰাণিত কৰিছিল।

ধৰ্মগ্ৰন্থৰ ওপৰত চাৰৰ দখল আছিল অপৰিসীম। ইয়াৰ ভিতৰত চাৰৰ অতি প্ৰিয় আছিল শ্ৰীকৃষ্ণ আখ্যান। পিছৰ জীৱনত মই ভাবিছিলো, শ্ৰীকৃষ্ণৰ মাজেদিয়েই চাৰ আৰু গোহাঞি বৰুৱাৰ সাহিত্যৰ মাজত ইমান ঘনিষ্ঠ সম্বন্ধ স্থাপন হৈছিল নেকি? কাৰণ অসমীয়া ভাষাত শ্ৰীকৃষ্ণ আখ্যানক অমৰ কৰোঁতাজন হৈছে গোহাঞি বৰুৱাই।

চাৰৰ কথা ভাবি থাকোঁতে মোৰ কাণত যেন সেই ৫০ বছৰ আগেয়ে চাৰে দেউতাক কোৱা কথাষাৰ ভাঁহি আহিছে —

"হয় মইয়েই তাক মনোমতীখন পঢ়িবলৈ দিছোঁ।" 

# আপোন সুদূৰ

ইমৰান শ্বাহ

কাশীনাথ বৰ্মন চাৰৰ কথা প্ৰায়ে মনত পৰে। স্কুলত পঢ়ি থকা দিনবোৰৰ প্ৰসঙ্গ মাজে মাজে ওলাই থাকে। পুৰণা সহপাঠী বন্ধু-বান্ধৱ লগ পালেতো ওলায়েই, নতুন ল'ৰা-ছোৱালীবোৰৰ আগতো আমাৰ দিনৰ কথা ক'ব লগা হয়। বঢ়াই কোৱাটো মানুহৰ অভ্যাসো, নিয়মো। বঢ়াই নক'লেও বা বৰাই কৰি নক'লেও কওঁ, "আপোন সুদূৰ" নাম দি কেইটামান গল্প লিখিছিলো। তাত কিন্তু ওপৰ-হাত লৈছিলো। সময়ত দুই-তিনিজন একে ঠাইৰ মানুহ গোটাই নতুন এজন কৰিছিলো। নিজৰ আয়তনো ইফাল সিফাল। মোৰ বয়সৰ পাঠকবোৰে দেখিছিলো বৰ ভাল পাইছিল। দুই এজনে লগ পালেই তাগিদা দিয়ে বোলে 'লিখাচোন তেনেকুৱা আৰু গল্প। বৰ ভাল লাগেহে। উভটি যোৱা যেন, হেৰাই পোৱা যেন লাগে।' আচৰিত ধৰণে এনেকুৱা কথাবোৰ নগাওঁৰ মানুহেও নিজৰ যেন পায়, নলবাৰীৰ মানুহেও। বাস্তৱ মাত্ৰেই বোধকৰো সৰ্বজনীন।

এতিয়া চাৰৰ কথা ক'বলৈ ওলাইছোঁ। গল্প নহয়। বঢ়াই নকওঁ। আৰু ক'বৰ প্ৰয়োজনো নাই। কাৰণ চাৰ নিজেই একাঠি বাঢ়ি থকা মানুহ। সকলো বস্তু মানুহৰ স্মৃতিত বৈ নাথাকে নহয়। সামান্য হ'লেও ব্যতিক্ৰম হ'লেহে বয়। প্ৰায় অৰ্ধ শতাব্দীকাল চাৰ মোৰ স্মৃতিত আছে। ভাবিলে আচৰিত লাগে। ক-মান শ্ৰেণীৰ পৰা এম-এ শ্ৰেণীলৈ কতজন শিক্ষক লগ পালো। সকলোৱেই আমাক পঢ়ালে। তেওঁলোকৰ ঐশ্বৰ্যৰে আমাক ঐশ্বৰ্যমণ্ডিত কৰিলে।

তথাপি সকলোৰে কথা আজি আৰু মনত নাই। কিন্তু তাৰ মাজৰে অনেকজনক আজিও পাহৰিব পৰা নাই। নেপাহৰোঁ, কাৰণ এইসকলে কিবা নহয় কিবা প্ৰকাৰে চেতনাত চাপ বহুৱাই থৈ গৈছে। তাৰ ভিতৰত দুই এজন এনেও আছে যাক সামান্য কেইদিনমানৰ বাবে পাইছিলো। কিন্তু বৈ গ'ল স্মৃতিত। কাশীনাথ বৰ্মন চাৰক ঠিক কিমান দিন পাইছিলো এতিয়া ক'ব নোৱাৰিম। বৰ বেছি দিন নহ'ব। কিন্তু চাৰ মনত বৈ গ'ল। সময়টোও বৰ ভাল আছিল, অন্ততঃ মোৰ বাবে। চাৰে সেই সময়ত, মোৰ যদি ভুল হোৱা নাই, সম্ভৱতঃ 'গল্প-লহৰ'ৰ গল্পবোৰ লিখি আছিল। নে প্ৰবন্ধ চাইছিল? কি আশ্চৰ্য! আৰু স্কুলৰ ইকালে সিফালে তেতিয়া দেখা যায় আব্দুচ ছাত্তাৰ, বিশ্বনাৰায়ণ শাস্ত্ৰী। কি যে এটা পৰিৱেশ। বেজি সুমুৱাব নোৱাৰা প্ৰতিভাৰে পৰিগণ্ডিত।

এটা কথা মই কেইবাবাৰো মোৰ বিভিন্ন প্ৰৱন্ধত কৈছোঁ। এতিয়াও ক'ম। স্কুল কলেজত শিক্ষক নিয়োগ কৰোঁতে মাৰ্কচিটখন চোৱাৰ লগতে অন্যান্য অৰ্হতাৰ ওপৰতো সমানে গুৰুত্ব দিব লাগে। স্প'ৰ্টচ্ ক'টাত যদি পঢ়িবলৈ চিট পায়, একেটা ক'টাত চাকৰিও পাব লাগে। মোৰ ভাগ্য, খেলুৱৈ লেখক শিল্পী আদি বিভিন্ন গুণৰ অধিকাৰী অনেক বিচিত্ৰ শিক্ষক জীৱনত পালো। বৰ্মন চাৰেও মোক প্ৰভাৱান্বিত কৰিলে, ঋণীও কৰিলে।

চাৰৰ গল্পৰ কিতাপখনৰ আগলিকাত ৰবি ঠাকুৰৰ সেই বিখ্যাত কবিতাখণ্ডৰ অসমীয়া অনুবাদ তুলি দিয়া আছিল। সেই যে "চোট প্ৰাণ চোট কথা/চোট চোট দুঃখ-গাঁথা" সেইটো। মোৰনো তেতিয়া কিমান বয়স? কোন ক্লাচ—চেভেন নে এইট? সাহিত্যিক হ'ম বুলি কেতিয়াও ভবাই নাই। পঢ়াত ভাল ল'ৰা আছিলো। শ্ৰেণীত শুনা শিকিবেই পৰীক্ষাত বহি দিব পাৰোঁ। বিশেষ ভাৱে পঢ়িব নেলাগে। কিন্তু খেলাত বৰ মন। একেবাৰে নিচা। আমাৰ পৰিয়াল-টোৱেই খেলুৱৈৰ পৰিয়াল। তাহানি আমাৰ দদাই ৰবপাইৰ

ল'বা লৈয়েই ফুটবল টিম বনাই মেচ খেলিছিল। 'নবাব ব্ৰাডাৰ্চ'। ইফালে পুৰণি যুঁজাকৰ বংশ। নবাবৰ পৰিয়াল। যুঁজৰ বাবেই অসমলৈ অহা। কাকো কেতিয়াও একো লিখা দেখা নাই। অৱশ্যে মোৰ ক্ষেত্ৰত কথাবোৰ অলপ বেলেগ আছিল। মা-বাবাৰ এঘাৰ নম্বৰ সন্তান হোৱা বাবে সৰু জোখৰ। স্বাস্থ্য বৰ বেয়া আছিল। কেইবাবাৰো মৰোঁ মৰোঁ কৈ বাচি থাকিলো। ক্লাচ থ্ৰী নে ফ'ৰত এটা অপাৰেচন বাবে বেৰী হোৱাইট মেডিকেল স্কুলত তিনি-মাহমান আছিলোগৈ।. এনেকৈ এল-পি স্কুলত থাকোঁতেই বিচনাত পৰি পৰি বা আৰামী চকীত বহি বহি ঢেৰ কিতাপ পঢ়িছিলো। শিশুৰে নহয়, ডাঙৰৰো কিতাপ। তেতিয়া মেডিকেলত বছীৰ আহমদ নামৰ চিলচৰৰ ডেকা ডাক্তৰ এজনক পাইছিলো। পঢ়ি থকা দেখি তেওঁ মোক জাপ জাপ কিতাপ আনি দিবলৈ ধৰিলে। তেতিয়াৰ পৰাই পঢ়াটো মোৰ এটা নিচালৈ বাগৰিল। পাঠ্য পুথিৰ অনেক গুণ বেছি বাহিৰা কিতাপ। আৰু তাৰ পিচতে চাৰ। নগজুত তেতিয়া হেজাৰ গল্পৰ ভীৰ। চাৰে শ্ৰেণীত পঢ়ুওৱাৰ মাজে মাজে প্ৰচুৰ প্ৰাসঙ্গিক কথা কৈ গৈছিল। চুটি গল্পৰ কথাও কৈছিল। ৰবি ঠাকুৰৰ কবিতা-টোৰ কথা। মই তেতিয়াও গল্প লিখাৰ কথা ভবা নাছিলো। কিন্তু এটা বীজ মই নজনাকৈয়ে মোৰ মনৰ পথাৰত গুজি দিয়া হৈছিল আজিও মই চুটিগল্পৰ ৰীতি-নীতি ইত্যাদিৰ কথা গুৰুত্বৰে চিন্তা নকৰোঁ। নেজানোৱেই বুলিব পাৰি। সেই কাৰণেই কোনো কৰ্মশালা আদিত শিকাবলৈ মাতিলে নেযাওঁ। কিন্তু আই এছ চি পাচ কৰি প্ৰথম গল্প 'অপৰিচিতা" লিখাৰ দিন ধৰি আজিলৈকে মই লিখা সকলো গল্প প্ৰকাশ হৈছে। কোনো গল্পই উভতি নাই খোৱা, চাৰৰ ওচৰত মই ঋণী নহৈ কি হ'ম?

তথাপি চাৰৰ বিষয়ে দৰকাৰী বিশেষ একো কথা মই ক'ব নোৱাৰোঁ। সৰু আছিলো, তাতে খেলাতেই মন। এতিয়া ভাব হয়, চাৰ বৰ অন্যমনস্ক ব্যক্তি আছিল। অথবা আত্মগত। 'গুটি লগা

গছ যেনে সদা তলমূৰ / গুণীলোকো হয় তেনে ভাৱত বিভোৰ।'
ভোলানাথ অধ্যাপক আৰু কি। কিবা কাৰণত চাৰ পাঁচ মিনিটলৈ শ্ৰেণীৰ পৰা ওলাই যাব লগা হ'লে ঘূৰি আহি চাৰে নিজৰ শ্ৰেণীটো বিচাৰি নেপাইছিল। এফালৰ পৰা চাই গৈ গৈ য'ত শিক্ষক নাই, তাতে সোমাই পৰিছিল। সেইটো আমাৰ বাবে কম ফুৰ্তিৰ কথা নাছিল। ডিঙি মেলি মেলি চাই থকা, চাৰ ক'ত সোমাইছেগৈ? আৰু খুক খুক হাঁহি। দৌৰি আহি আহি চিটত ভৰমূৰকৈ বহা।

চাৰে শ্ৰেণীত প্ৰায়ে ফুচুৰ কথা কৈছিল। আমি পাওঁতে চাৰৰ বয়স কিমান হৈছিল ক'ব নোৱাৰো। বয়সীয়া দেখিছিলো। চাৰৰ কিছুমান শব্দৰ উচ্চাৰণ অস্পষ্ট আছিল। ফলত হাঁহি উঠা কথাবোৰ বেছি হাঁহি উঠা হৈ পৰিছিল। আমি সেইবোৰ অনুকৰণ কৰি নিজৰ মাজতে আনন্দ লভিছিলো। বিশেষকৈ অম্বিকাই। চুটি-চাপৰ গাঁথলু অম্বিকা বৰঠাকুৰে সাইলাখ চাৰৰ দৰে কথা ক'ব পাৰিছিল। জানো, অম্বিকাটো এতিয়া আছে নে নাই।

চাৰসকলৰ মাজত দুজনৰ গাত, তেতিয়া আমাৰ মানত, অদ্ভুত ক্ষমতা আছিল। স্কুলত যি বিষয় সন্দৰ্ভত যেনেকুৱা সভাই হওক, এখেত দুজনে তাৎক্ষণিক কিন্তু বৰ মনোজ্ঞ বক্তৃতা দিব পাৰিছিল। ঘাইকৈ মানুহ মৰা শোক সভাত মানুহজনৰ বিষয়ে। কাশীনাথ বৰ্মন আৰু বিশ্বনাৰায়ণ শাস্ত্ৰী। 'নাৰীবস্ত্ৰ' লিখা চাৰে 'পুৰুষ বস্ত্ৰ'ও সহজে লিখিব পাৰিলেহেঁতেন। এনে এখন কিতাপ চাৰে পিছৰ কালত লিখিছিলো। আৰু এজন আছিল, উপেন দাস চাৰ। আমি গোপনে হেব্ৰাইদিজ বুলিছিলো। ভূগোল পঢ়ায় কাৰণে। সেই দ্বীপটো যে! চাৰে অৱশ্যে জ্যোতিপ্ৰসাদৰ ওপৰতহে ক'ব পাৰিছিল আৰু কৈছিল।

আৰু এটা কথাৰে চাৰৰ স্মৃতিচাৰণ সামৰিম। সৰু কথা। কিন্তু সৰু জানো? প্ৰায় অৰ্ধ শতাব্দীৰ পিচতো যে মোৰ মনত

আছে। স্কুলত মই এদিনেই বেত খাইছিলো। দুহাতত দুকোব। খোদ হেড্ মাষ্টৰৰ হাতত। সেইদিনা বৰকৈ কান্দিছিলো। শ্ৰেণীতো। ঘৰলৈ আহিও। পঢ়া নোৱাৰাৰ কাৰণে নহয়। পছলাত দাঁত ভগা কাণ্ড। নাথুৰাম খেমকাৰ দোকানৰ ফালে আমাৰ স্কুলৰ চৌহদৰ চুকৰ জেওৰাখন ভাগি গৈছিল। সেইফালে এটা বাট ওলাইছিল। স্কুল তেতিয়া এতিয়াৰ চেণ্ট্ৰেল মাৰ্কেটত। ধাইআলিৰ পৰা খোজ কাঢ়ি যাওঁ। দূৰ হয়। চুকটোৰে সোমালে বাট এশ মিটাৰমান চমু হৈ যায়। এদিন সেইফালেই সোমালো। আৰু সেইদিনটোৱেই কাল আছিল। শ্ৰেণী বহিছেহে। স্বয়ং হেড্ মাষ্টৰ হাতত বেত লৈ হাজিৰ। হাতত নাম লিখা এখন কাগজ। নাম মাতিলে। উঠিলো। বাট এৰি অবাটে আহিছিলোনে নাই সুধিলে। সৈ কাঢ়িলো। আৰু দুহাতে দুটা নিৰ্দয় কোব। বৰ্মন চাৰকো হেড্চাৰে কাৰণটো কৈ আমাক বুজাবলৈ কৈছিল। বৰ্মন চাৰে বৰ নম্ৰভাৱে তেওঁৰ সৰ্বজয়ী হাঁহিটো মাৰি (এই হাঁহিটো চাৰৰ নিজা: এটা disarming smile) হেড্চাৰক কৈছিল,—'ঠিকেই কৰিছে। অবাটে গ'লেই ল'ৰাবোৰ বেয়া হয়। অলপ টানকৈ জেওৰাখন সোনকালে দিয়াই দিব লাগে।' অবাটে যোৱাৰ পৰিণতিৰ শিক্ষা সেইদিনা পাইছিলো ঠিকেই। লগতে অনুভৱ কৰিছিলো এক বিশেষ শিক্ষক-ব্যক্তিত্বৰ উম, যিটো তেতিয়া বুজা নাছিলো। এতিয়া বুজি পাওঁ।

"Where there is sorrow, there is holy ground."



# নীৰৱ সাহিত্যিক কাশীনাথ বৰ্মন

৺পৰমনাথ শৰ্মা

স্কুলীয়া পাঠ্যপুথি প্ৰণেতা আৰু কৃতী শিশু সাহিত্যিক কাশীনাথ বৰ্মন আমাৰ মাজৰ পৰা আঁতৰি যোৱা সাত বছৰ হ'ল। পিচে এইজন মাতৃ ভাষাৰ নীৰৱ পূজাৰীয়ে আমাৰ পৰা যিকণ আদৰ-শ্ৰদ্ধা পাব লাগিছিল, সেইটো নোপোৱাটো পৰিতাপৰ কথা। ১৯৮৩ চনৰ ১৫ মে' তাৰিখে নাজিৰাৰ বাসভৱনত ভৰ বয়সত তেওঁৰ মৃত্যু হয়। আমাৰ দেশৰ ৰাজনীতিয়েই হওক বা সমাজনীতিয়েই হওক, আমি অপ্ৰয়োজনীয়ভাৱে গোষ্ঠীবাদত সোমাই বাক-বিতণ্ডাৰ মৰণা মাৰি থকাৰ দৰে আমাৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো দেখা দিয়া গোষ্ঠীবাদে আমাক আহুকলীয়া অৱস্থাত পেলোৱা যেন লাগে আৰু ইয়াৰ ফলতেই কবি-সাহিত্যিক সকলৰ প্ৰকৃত মূল্যায়নত ভাৰসাম্য হেৰুৱাই পেলোৱাটো স্বাভাৱিক। আমাৰ মাজৰ এনে বহুতো অখ্যাতনামা কবি-সাহিত্যিক আছে, যিসকলে সাহিত্য সভাৰ ৰৰঘৰ-মাৰল ঘৰ তল-ওপৰ কৰি নাথাকিলেও নতুবা ৰাতৰি কাকত-আলোচনীৰ পাতত নিজৰ নাম প্ৰকাশ নকৰিলেও নীৰৱে সাহিত্যৰ সাধনা কৰি আছে আৰু সাধ্যানুসাৰে ভাষা-জননীৰ বেদীত নিজৰ বৰঙণি আগবঢ়াই আছে। এনে এজন সাহিত্যিক আছিল কাশীনাথ বৰ্মন।

কাশীনাথ বৰ্মনৰ অসমীয়া সাহিত্যলৈ আগবঢ়োৱা বৰঙণি বুজন বিধৰ নহলেও কম বুলি ক'ব নোৱাৰি।

প্ৰথমতে 'অতুল পাঠ' আৰু পিচত 'অতুল পাঠমালা' নামেৰে এখানি

স্কুলীয়া পাঠ্যপুথি যুগুতাই বিখ্যাত মেকমিলান কোম্পানীৰ সহায়ত তেওঁ প্ৰকাশ কৰে। যোৰহাট নৰ্মাল স্কুলৰ পৰা প্ৰকাশ কৰা 'প্ৰভাত' নামৰ শিক্ষামূলক আলোচনীখনিৰ তেওঁ কেবা বছৰো সম্পাদকৰ দায়িত্বত আছিল আৰু যিখনি বিদ্যালয়তেই আছিল, তাৰ পৰাই ছাত্ৰ সকলৰ মাজত সাহিত্যত ৰাপ বঢ়াবলৈ আলোচনী প্ৰকাশ কৰিবলৈ উদগান দিছিল। দেশ-বিদেশৰ মহীয়সী নাৰী আৰু মহাপুৰুষ সকলৰ জীৱনী সম্বলিত তেওঁৰ দুখনি বিখ্যাত পুথি হ'ল 'নাৰী ৰত্ন' আৰু 'পুৰুষ ৰত্ন'। নাৰীৰত্ন পুথিখন শ্বিলঙৰ চপলা কোম্পানীৰ সৌজন্যত প্ৰকাশিত। এই পুথিখনৰ ৫ম সংস্কৰণ প্ৰকাশ পোৱাটোৱেই ইয়াৰ জনপ্ৰিয়তাৰ পৰিচয়। এই পুথিৰ পৰা স্বৰ্গীয় বৰ্মনে শেষৰ জীৱনত বহুত সহায় পাইছিল আৰু মেকমিলান কোম্পানীৰ পৰা পোৱা ধনেৰে ল'ৰা-ছোৱালীৰ পঢ়া-শুনাৰ খৰচ উলিয়াবলৈ সমৰ্থ হৈছিল। তেওঁৰ অন্যান্য শিশু সাহিত্যৰ ভিতৰত 'কথাকলি', 'শান্তিদূত' (মহাত্মা গান্ধীৰ জীৱনী), 'নানা দেশৰ সাধু' আদি উল্লেখযোগ্য। 'কথাকলি'খনত তেওঁ কিছুমান উল্লেখযোগ্য কাহিনী বৰ্ণনা কৰিছে। তাৰে কিছুমান নীতি শিক্ষামূলক। তেওঁৰ হাতে লিখা ভালেমান পুথি অপ্ৰকাশিত অৱস্থাত আছে। আশাকৰোঁ তেওঁৰ সুযোগ্য পুত্ৰসকলে সেইবোৰ প্ৰকাশ কৰাৰ দিহা কৰিব।

বৰ্মন ডাঙৰীয়াই শিক্ষকতাৰ লগে লগে সাহিত্য চৰ্চা কৰিছিল। তেওঁৰ হাতৰ আখৰ ধুনীয়া আছিল। একোটা উপযুক্ত শব্দ বিচাৰি নোপোৱালৈকে আন শব্দ ব্যৱহাৰ নকৰিছিল। কথা-বাৰ্তাত ধীৰ-স্থিৰ আৰু ব্যৱহাৰত অতি অমায়িক আছিল। আজৰিপৰত আৰু বন্ধৰ দিনত পুথি-পাঁজি খুচৰি কাহিনী বিচাৰি বা বন্ধু-বান্ধৱৰ ওচৰত পুৰণি কিতাপ আলোচনী ঘাটি সময়ৰ সদ্ব্যৱহাৰ কৰিছিল। সাহিত্য মানে অভিজ্ঞতা বোলা কথাষাৰ বৰ্মনদেৱৰ গাত খাটে। জীৱনৰ বহুত সৰু বৰ অভিজ্ঞতাৰ কথা তেওঁৰ কিতাপৰ পাতত আছে। এবাৰ নাজিৰাত এজন স্কুলীয়া ছাত্ৰই ৰৰপুখুৰীত গা ধুই থাকোঁতে

লগৰ এজনক তেওঁ পানীত পৰি কঁকবকাই থকা দেখিলে। তেওঁ জীৱনলৈ কেৰেপ নকৰি লগৰীয়াজনক দ-পানীৰ পৰা উদ্ধাৰ কৰিলে। পিচে তেওঁ উঠিব নোৱাৰি নিজেই মৃত্যুৰ মুখত পৰিল। এই লৰাটিৰ আত্মোৎসৰ্গৰ কথা লৈ 'প্ৰাণ দি' প্ৰাণ' ৰক্ষা' নামে এই কাহিনীটো তেওঁ লিখি প্ৰকাশ কৰিলে। নাজিৰা সাহিত্য সভা, সাহিত্য আলোচনা চক্ৰ, শিক্ষক সভা আৰু ৰাজহুৱা পুথি ভঁড়ালৰ সভাবোৰত তেওঁৰ সদায় সক্ৰিয় সহযোগ আছিল আৰু গঠনমূলক দৃষ্টিভঙ্গীৰে তেওঁ সদায় দিহা-পৰামৰ্শ দিছিল।

১৯৬৩ চনৰ এপ্ৰিল মাহৰ মাজ ভাগত নাজিৰাত অসম সাহিত্য সভাৰ অধিবেশন বহোঁতে তেওঁ শয্যাশায়ী হৈ থকাত যোগ দিব নোৱাৰিলে। সতীৰ্থ কবি-সাহিত্যিকসকলে তেওঁৰ ঘৰলৈ গৈ খা-খবৰ লৈছিল। ইয়াৰ অলপ দিনৰ পিচতেই তেওঁৰ মৃত্যু হয়। কৰ্মজীৱনত তেওঁ বহুত ঠাইৰ লগত জড়িত হৈ থাকিলেও, চাকৰিৰ পৰা অৱসৰ লৈ বৰ্মনে শেষ জীৱনত নাজিৰাত থাকিবলৈ লয়। এই অলপ দিনৰ ভিতৰতে নিজ গুণৰ বলত তেওঁ সকলোৰে প্ৰিয়পাত্ৰ হব পাৰিছিল আৰু গুণজ্ঞ নাজিৰাবাসীয়ে তেওঁক যথাযোগ্য সন্মান দিয়াত কোনো দিন কুণ্ঠাবোধ কৰা নাছিল। মৃত্যুৰ সময়ত সকলো তৰপৰ বাইজেই তেওঁলৈ শ্ৰদ্ধাঞ্জলি জনাবলৈ লৰৰি আহিছিল।

১৮১৭ শকত নলবাৰীৰ সমীপৰ আমনি গাঁৱত স্বৰ্গীয় কাশীনাথ বৰ্মনৰ জন্ম হয়। দেউতাক স্বৰ্গীয় ভুতিৰাম বৰ্মন এখন প্ৰাইমেৰী বিদ্যালয়ৰ শিক্ষক আছিল। কাশীনাথ বৰ্মনে প্ৰথমতে নলবাৰী নৰ্মাল স্কুলত দুবছৰমান পঢ়ি গোলাঘাটৰ চৰকাৰী হাইস্কুলৰ পৰা মাইনৰ পৰীক্ষা দি দেউতাকৰ ঠাইত গাঁৱতে শিক্ষকতা কৰিবলৈ ধৰে। লোকেল বোৰ্ডৰ পৰা তেওঁ গুৱাহাটীত প্ৰথমে গুৰু ট্ৰেইনিং আৰু তাৰ পিচত নৰ্মাল পৰীক্ষা দিবলৈ পায়। সুখ্যাতিৰে এই দুয়ো পৰীক্ষা পাছ কৰি তেওঁ সোণৰ পদক পায়। কমলপুৰ চৰকাৰী এম. ভি. স্কুলত প্ৰধান শিক্ষকৰ দায়িত্ব লোৱাৰ কেইবছৰ মানৰ পিচত তেওঁ যোৰহাটৰ

নৰ্মাল স্কুললৈ আহে। এই পদ স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱাই অৱসৰ লোৱাত খালী হৈ আছিল। যোৰহাটত সেই সময়ৰ স্কুল বিভাগৰ পৰিদৰ্শক সুসাহিত্যিক স্বৰ্গীয় শৰৎ গোস্বামীয়ে তেওঁক সাহিত্য চৰ্চা কৰিবলৈ উৎসাহ দিয়ে। চাকৰি জীৱনৰ শেহৰ ফালে বৰ্মনদেৱক শিৱসাগৰ চৰকাৰী হাইস্কুললৈ বদলি কৰা হয়। ১৯৫১ চনত তেওঁ অৱসৰ ললে যদিও নামতি হাইস্কুলত তেওঁ তিনি বছৰমান শিক্ষকতা কৰি ১৯৫৪ চনত এই কাম ইস্তফা দি নাজিৰাত স্থায়ী ভাৱে থাকিবলৈ লয়।

কাশীনাথ বৰ্মনৰ সাংসাৰিক জীৱন সুখৰ আছিল। পেঞ্চনৰ পৰা পোৱা ধনৰ লগত কিতাপৰ পৰা লাভাংশ যি পাইছিল, তাৰেই তেওঁৰ ঘৰখন নিয়াৰিকৈ চলাইছিল। নাজিৰা অসম কোম্পানীয়ে তেওঁক এজন গ্ৰন্থকাৰ বুলি জানি আৰু লগতে মেকমিলান কোম্পানীয়ে তেওঁৰ কিতাপ ছপা কৰা গম পাই মৰম কৰি ঘৰ সাজিবলৈ এটুকুৰা মাটি দিছিল। তাতেই তেওঁ এটি স্থায়ী ঘৰ সাজি ললে। সুদীৰ্ঘ কাল শিক্ষকতা কৰি, লগতে অসমীয়া ভাষা-সাহিত্যৰো সেৱা কৰি, কাশীনাথ বৰ্মনদেৱ আমাৰ মাজৰ পৰা আঁতৰি যোৱা আজি ভালে দিন হ'ল। মৃত্যু তিথিৰ পৰত কৃতজ্ঞতাৰে সুঁৱৰি তেওঁলৈ শ্ৰদ্ধাঞ্জলি যাঁচিছোঁ।

( ১৯৭০ চনৰ ১৩ মে' সংখ্যাৰ 'অসম বাতৰি'ত প্ৰবন্ধটো প্ৰকাশিত হৈছিল। —সম্পাদক )



# শিক্ষাবিদ সাহিত্যিক কাশীনাথ বৰ্মন

ড° দুৰ্গেশ্বৰ শৰ্মা

কাশীনাথ বৰ্মনদেৱৰ কথা ভাবিলে এজন ওখ-পাখ, ঈষৎ কৃষ্ণ বৰ্ণৰ, ধুতি-চোলা পৰিহিত শিক্ষকৰ কথা মোৰ মনৰ মুকুৰত ভাঁহি উঠে। তেওঁ খোজে-কাটলে, কথা-বতৰাই, চলনে-ফুৰণে আছিল এজন নিৰ্ভাজ অসমীয়া, প্ৰকৃত শিক্ষাচাৰ্য। সুখ দুখ সকলো সময়তে মিচিকিয়া হাঁহিটো তেওঁৰ মুখৰ পৰা কোনো মুহূৰ্ততে লুগুচিছিল। হাঁতি হাঁহিয়ে তেওঁ জীৱনৰ দুখ-যাতনা, হতাশা-নিৰাশা আৰু নোপোৱাৰ বেদনা ধূলিত বগৰাই দি হৈ পৰিছিল আশুতোষ, ভোলানাথ। এটি সংস্কৃতিবান পৰিয়ালত জন্ম লাভ কৰা ব্যক্তি হিচাপে স্বাধীনতাৰ পৰৱৰ্তী কালৰ সামাজিক অৱক্ষয় দুৰ্নীতি ভ্ৰষ্টাচাৰ দেখি তেওঁৰ হৃদয়ে বিপ্লৱ কৰিছিল যদিও বিপ্লৱৰ নামত ঔদ্ধত্য, সন্ত্ৰাসবাদ অথবা বিশৃংখলাক তেওঁ শাণিত বান হিচাপে গ্ৰহণ কৰা নাছিল। সহন-শীলতা, বুজাপৰা, এৰা-ধৰাৰ মাজেৰে সকলো সামাজিক সমস্যাৰে সমাধান হোৱাটো তেওঁ হৃদয়েৰে একান্তভাৱে বাঞ্ছা কৰিছিল।

তেওঁ সভা-সমিতিত প্ৰদান কৰা বক্তৃতাৰ মাজেৰে এনে ধৰণৰ সংস্কাৰকামী মানসিকতা এটিয়ে প্ৰকাশ লাভ কৰিছিল। তদানীন্তন নাজিৰাত অনুষ্ঠিত সকলো সভা-সমিতিতে তেওঁ পৰম আগ্ৰহেৰে যোগ-দান কৰিছিল আৰু এজন বিশিষ্ট শিক্ষক হিচাপে বক্তৃতা প্ৰদানৰ দায়িত্ব তেওঁৰ ওপৰত অৰ্পিত হৈছিল। তেওঁ চমু অথচ সাৰগৰ্ভ ভাষণেৰে শ্ৰোতাৰ হৃদয় জয় কৰিব পাৰিছিল। যদিও জন্মসূত্ৰে তেওঁ কামৰূপী উপভাষা এলেকাৰ লোক আছিল, তথাপি ভাষণ দিওঁতে

অথবা সাধাৰণ কথা-বতৰা পাতোতে সাধুভাষাহে ব্যৱহাৰ কৰিছিল। তাকে দেখি এবাৰ বিশিষ্ট কবি, নাট্যকাৰ আৰু শিক্ষাবিদ পদ্মধৰ চলিহাদেৱে কৈছিল-- 'হেৰ' দুৰ্গেশ্বৰ, তোমালোকৰ কাশীবাবুৱে গৃহিণীৰ লগত কামৰূপী উপভাষাত কথা পাতে : কিন্তু ঘৰৰ বাহিৰ হ'লে মান্য ভাষাত কেনেদৰে কথা কব পাৰে?' মই উত্তৰ দিবলৈ নৌপাওঁতেই শ্ৰদ্ধেয় বৰ্মনদেৱে ক'লে -- "কাশী পালে কাশীনাথে ঘৰৰ কথা পাহৰে, এয়ে কাশী-মাহাত্ম্য চাৰ।" বৰ্মনদেউৰ কথা শুনি চলিহা ডাঙৰীয়াই বৰ্মনক সাৱটি ধৰিলে আৰু দুয়োজনে প্ৰাণ খুলি হাঁহিবলৈ ধৰিলে। সেই হাঁহিৰ ঢৌ আজিও মোৰ মন স্মৰণীত থৌকি বাথৌ লগাই থকা যেন পাওঁ। বৰ্মনদেৱ মেধাবীলোক আছিল ; কিন্তু মেধাই তেওঁক দাম্ভিক কৰা নাছিল; কৰিছিল বিনয়ী, নম্ৰ, শ্ৰদ্ধাবান আৰু ভদ্ৰ। তেওঁৰ খুহুতীয়া মন্তব্যই সকলোকে বিমুগ্ধ কৰিছিল। মানুহৰ মনত আঘাত দিয়া কোনো ধৰণৰ ঠাট্টা-মস্কৰা, ব্যঙ্গ মন্তব্য তেওঁ পচন্দ নকৰিছিল।

তেওঁ সৎ পথত চলিছিল। উচ্চ আদৰ্শ আৰু সৰল জীৱন যাপন তেওঁৰ জীৱনৰ লক্ষ্য আছিল। পিতৃ-মাতৃৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা। পিতৃ-মাতৃৰ মৃত্যু তিথিত তেওঁ কীৰ্তন পাঠ কৰি তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰিছিল আৰু সাধু-সজ্জনক আপ্যায়ন কৰিছিল। এবাৰ তেওঁ কৈছিল -- "জানে শৰ্মা, পিতৃ-মাতৃ আমাৰ আত্মগুৰু। তেওঁলোকক অৱহেলা কৰাটো মহাপাপ ; সেই পাপৰ প্ৰায়শ্চিত্ত নাই। জীৱিত কালত তেওঁলোকে আমাক লালন পালন কৰে। মৃত্যুৰ পিছতো তেওঁলোকৰ স্মৃতিয়ে আমাক কৰ্ম প্ৰেৰণা যোগায়। ৰণ পণ্ডিত বীৰ নেপোলিয়নে মাতৃৰ ছবি অঙ্কিত তাবিজ এটি বাহুত বান্ধি ৰাখিছিল আৰু সেয়ে হেনো যুদ্ধ ক্ষেত্ৰৰ বিপদৰ সময়তো তেওঁ ধৈৰ্য নেহেৰুৱাইছিল।"

বৰ্মনদেৱ আছিল এজন কৃতী শিক্ষক, ছাত্ৰ-ছাত্ৰীক পঢ়ুৱাত তেওঁ অৱহেলা নকৰিছিল। নিয়মিতভাৱে তেওঁ বিদ্যালয়লৈ গৈছিল

আৰু অতি নিষ্ঠাৰে পাঠদান কৰিছিল; প্ৰয়োজন নাথাকিলে তেওঁ ছুটী লোৱাৰ কথা চিন্তা নকৰিছিল। প্ৰসঙ্গক্ৰমে এবাৰ তেওঁ কৈছিল— "ইচ্ছা কৰা হ'লে ইয়াতকৈ বেছি পইচা আৰ্জিব পৰা চাকৰি কৰিব পাৰিলোঁহেঁতেন। কিন্তু নোৱাৰোঁ। বিবেকে বাধা দিয়ে। শিক্ষকতা অকল জীৱিকা আৰ্জনৰ বাবে মোৰ বৃত্তি নহয়; ই মোৰ প্ৰবৃত্তি, জীৱন, স্বভাৱ। তাক এৰিব নোৱাৰোঁ। যদিও জানো শিক্ষকৰ জীৱন দৰিদ্ৰৰ জীৱন, তথাপি তাতে মই বিপুল আনন্দ পাওঁ। ইয়াতকৈ আৰু লাগিছে কি?" ৰাষ্ট্ৰপতি বাছেলে কৈছিল বোলে শিক্ষকে দেশ আৰু ধৰ্মতকৈ ছাত্ৰ-ছাত্ৰীক ভাল পাব লাগে। শিক্ষক বৰ্মনে এইষাৰ কথা তেওঁৰ শিক্ষাদান কাৰ্য আৰু ছাত্ৰ-ছাত্ৰীৰ প্ৰতি থকা অগাধ ভালপোৱাৰ মাজেৰে মানি চলিছিল বুলি কোৱাৰ যুক্তি আছে। নিষ্ঠাৰে সজ শিক্ষা দিব পৰা কাৰ্যক তেওঁ পবিত্ৰ জ্ঞান কৰিছিল।

স্বৰ্গীয় বৰ্মনদেউ আছিল ধৰ্মপৰায়ণ ব্যক্তি। ঈশ্বৰৰ অস্তিত্বৰ ওপৰত তেওঁৰ বিশ্বাস আছিল গভীৰ। মূলতঃ তেওঁ আছিল বৈষ্ণৱ পন্থীলোকে। দশম, কীৰ্তন ঘোষা, ৰত্নাৱলী তেওঁ পৰম শ্ৰদ্ধাৰে অধ্যয়ন কৰি বৈষ্ণৱ ধৰ্ম মৰ্ম বুজিবৰ যত্ন কৰিছিল। ইয়াৰ বাহিৰেও বৈষ্ণৱ গুৰুসকলৰ জীৱনক ভিত্তি কৰি সন্ত-মহন্তসকলে ৰচনা কৰা চৰিত পুথিসমূহ অধ্যয়ন কৰি তেওঁলোকৰ জীৱনৰ মহত্ব অনুধাৱন কৰাৰ লগতে অনুপ্ৰেৰণা লাভৰ বাবেও চেষ্টা কৰিছিল। আন ধৰ্মৰ লোকসকলৰ প্ৰতিও তেওঁৰ গভীৰ শ্ৰদ্ধা আছিল। পৰম শ্ৰদ্ধাৰে তেওঁ শিৱসাগৰৰ শিৱ দৌলত অনুষ্ঠিত শিৱৰাত্ৰি চাবলৈ গৈছিল আৰু ব্যক্তি বিশেষৰ নিমন্ত্ৰণ ক্ৰমে সত্যনাৰায়ণ পূজাতো উপস্থিত হৈছিল। এই সকলোবিলাক কাৰ্যৰ মাজেৰে তেওঁ যে ধৰ্মৰ ক্ষেত্ৰত এটা উদাৰ আৰু সমন্বয়ৰ মানসিকতাৰ লালন পালন কৰিছিল, তাৰ স্পষ্ট আভাস পোৱা যায়। সেই বাবে বৰ্মনদেৱে সকলো ধৰ্মীয় গোষ্ঠীৰ লোকৰপৰা সমাদৰ লাভ কৰিছিল।

পাৰিপাট্য তেওঁৰ জীৱনৰ এটি বিশেষ গুণ আছিল। তেওঁ সদায় পৰিষ্কাৰ অথচ শুভ্ৰ বস্ত্ৰ পৰিধান কৰিছিল। নিতৌ ক্ষৌৰকৰ্ম কৰিছিল। কিতাপ পত্ৰ আৰু বয়-বস্তু শৃঙ্খলাবদ্ধ ভাৱে সংৰক্ষণ কৰিছিল। আনকি ৰাজপথেৰে যাওঁতে বাওঁফালেৰে এটা নিৰ্দিষ্ট তাল ৰক্ষা কৰি পথ অতিক্ৰম কৰিছিল। কথা কওঁতে খুব লাহে লাহে অথবা খুব খৰকৈ কথা কোৱা তেওঁৰ অভ্যাস নাছিল। এটা নিৰ্দিষ্ট তাল আৰু গতি প্ৰবাহ ৰক্ষা কৰি বৰ্মনদেৱে কথা কোৱা মই লক্ষ্য কৰিছিলো। তেওঁ মাদক দ্ৰব্য সেৱন নকৰিছিল। কিন্তু তামোল খোৱা আৰু ধূমপান কৰা তেওঁৰ অভ্যাস আছিল। মঙহ আৰু কণী তেওঁৰ প্ৰিয় খাদ্য নাছিল; কিন্তু কিছু কম পৰিমাণে মাছ খাইছিল, মাটি মাহৰ দাইল আৰু খাৰৰ আঞ্জা তেওঁৰ বৰ প্ৰিয় আছিল। এনেবিলাক চাৰিত্ৰিক বৈশিষ্ট্যৰ মাজেৰে তেওঁ নিজকে এজন আদৰ্শ শিক্ষক আৰু নাগৰিক হিচাপে প্ৰতিষ্ঠা লাভ কৰাৰ প্ৰকৃত কাৰণ বুলি ভাবিবৰ থল আছে।

অসমীয়া সাহিত্যৰ প্ৰতি আগবঢ়োৱা বৰঙণি বৰ্মনদেৱৰ জীৱনৰ ঘাই কৃতিত্ব। দেশ-বিদেশৰ মহীয়সী নাৰী আৰু পুৰুষসকলৰ জীৱন আৰু কৰ্মৰ আলোচনা সন্নিবিষ্ট কৰি তেওঁ ক্ৰমে 'নাৰীৰত্ন' আৰু 'পুৰুষৰত্ন' গ্ৰন্থ ৰচনা কৰিছিল। কোনো অসমীয়া সাহিত্যিকে দেশ-বিদেশৰ ইমানবোৰ মহান ব্যক্তিৰ জীৱন আৰু কৰ্মৰ আলোচনা কৰি একেখন গ্ৰন্থতে থূপ কৰি জীৱনী পুথি ৰচনা কৰা নাই। বৰ্মন দেৱে যি আদৰ্শ ত্ৰিশৰ দশকতে প্ৰতিষ্ঠা কৰিছে, আজিও অসমীয়া সাহিত্যত সি আদৰ্শ হৈয়ে আছে; কোনো অসমীয়া গ্ৰন্থকাৰে তাক বাস্তৱায়িত কৰাৰ লক্ষণ দেখা পোৱা নাযায়। অৱশ্যে এই আদৰ্শৰ লগত সঙ্গতি ৰাখি তেওঁৰ পুত্ৰ ড° শিৱনাথ বৰ্মনে 'জীৱনী অভিধান' প্ৰণয়ন কৰি পিতৃৰ আদৰ্শ বাস্তৱায়িত কৰাৰ এটি চেষ্টা কৰিছে বুলি ভাবিবৰ যুক্তি আছে। তথাচ পিতা-পুত্ৰৰ ৰচনাৰ আদৰ্শগত আৰু চৰিত্ৰগত পাৰ্থক্য আছে। শিক্ষাচাৰ্য বৰ্মনে বিচাৰিছিল তথ্য আৰু

আদৰ্শৰ আধাৰত নতুন পুৰুষক কৰ্মমুখী কৰাৰ লগতে অনুপ্ৰাণিত কৰিবলৈ; কিন্তু তেওঁৰ পুত্ৰ ড॰ বৰ্মনে বিচাৰিছে তথ্যৰ সৰবৰাহ কৰি আনক গৱেষণা কাৰ্যত ব্ৰতী কৰাৰ লগতে প্ৰবন্ধ-পাতি ৰচনাত সহায় কৰিবলৈ। দুয়োৰে ৰচনাৰ দুটি স্বকীয়া মাত্ৰা আছে, মূল্য আছে, পাৰ্থক্য আছে। (অৱশ্যে শিৱনাথ বৰ্মনৰ 'বিশ্বৰ বৰেণ্য বিজ্ঞানী' গ্ৰন্থখন দেউতাকৰ দৰেই ছাত্ৰ-ছাত্ৰীক উদ্দেশ্য কৰি ৰচিত)। দেশৰ ভৱিষ্যত নাগৰিকসকলে জীৱন চৰিত অধ্যয়ন কৰা একান্ত প্ৰয়োজনীয় আৰু সু-শিক্ষাৰ ই এটি অঙ্গ। বৰ্মনদেৱে 'নাৰী ৰত্ন' আৰু 'পুৰুষৰত্ন' গ্ৰন্থত তথ্যৰ আধাৰত আদৰ্শনীয় দিশবোৰ অতি স্পষ্ট আৰু আকৰ্ষণীয় ভাৱে উত্থাপন কৰি গ্ৰন্থ দুখনিৰ সৌন্দৰ্য আৰু মহত্ত্বৰ প্ৰতিফলন কৰিছে। ক'তো অতিৰঞ্জন আৰু অস্বাভাৱিকতাৰ প্ৰকাশ ঘটা নাই। ভাষা সহজ-সৰল; শব্দ চয়ন নিৰ্ভুল আৰু বাক্য ৰীতি ভাৱ প্ৰকাশক। এনেবোৰ মহৎ গুণৰ বাবে বৰ্মনদেৱৰ দুয়োখনি গ্ৰন্থই তদানীন্তন অসমীয়া সাহিত্য জগতত বিশেষভাৱে সমাদৃত হৈছিল বুলি ধাৰণা কৰিব পাৰি।



# মোৰ দৃষ্টিত ভিনিহিদেউ

ললিত চন্দ্ৰ বৰা

১৯২৯ চনতেই 'নাৰী ৰত্ন'ৰ দৰে এখন বিতোপন গ্ৰন্থ লিখি উলিওৱা শিক্ষাবিদ আৰু সুসাহিত্যিক প্ৰয়াত কাশীনাথ বৰ্মনদেৱক অসমৰ শিক্ষা আৰু বৌদ্ধিক জগতত নিচিনা আৰু নজনালোক পুৰণি চামটোৰ মাজত কমেইহে পোৱা যাব। তদুপৰি, 'পুৰুষ ৰত্ন' আৰু অন্যান্য গ্ৰন্থাদিৰ গ্ৰন্থকাৰ আৰু এসময়ৰ সুবিখ্যাত 'মেক্‌মিলান কোম্পানী'ৰ দ্বাৰা প্ৰকাশিত স্কুলীয়া পাঠ্যপুথি সমূহৰ প্ৰণেতা হিচাবেও ভিনিহিদেউৰ নাম আছিল। ইয়াৰ প্ৰধান কাৰণ, সৰুকালৰে পৰা এজন মেধাবী ছাত্ৰ আৰু পৰৱৰ্তী কৰ্ম জীৱনত এজন শিক্ষাবিদ, আদৰ্শ শিক্ষক হিচাবে তেখেতে যি কোনো কিতাপ লিখিব লাগে বুলিয়েই লিখা নাছিল। তেখেতৰ লিখনিসমূহত প্ৰতিভা আৰু শ্ৰম তথা অধ্যয়নপুষ্টতা-এই দুয়োটা গুণৰে মণি-কাঞ্চন যোগ দেখা যায়। সৰুৰে পৰাই মই দেখি আহিছিলো, ভিনিহিদেৱে কেনেকৈ স্কুলত শিক্ষা দি আহি ঘৰত থকা সময়খিনি পঢ়ি আৰু লিখি কটাবলৈ ভাল পাইছিল। আনকি স্কুলৰ পৰা অৱসৰ লোৱা কালছোৱাতো কেতিয়াবা গাত জ্বৰ বা অসুখীয়া গাৰেই বিচনাত শুই বহি হলেও গভীৰ অধ্যয়ন আৰু লিখা-মেলাত ব্যস্ত হৈ আছিল।

সংসাৰ চলোৱা বিষয়তো দেখিছিলো, ভিনিহিদেউৰ বিষয় বুদ্ধি আছিল কাৰ্যকৰী আৰু জ্ঞান-প্ৰসূত। মানুহজনৰ শ্ৰেণীৰ কোঠাত শিক্ষক হিচাবে যি শৃঙ্খলাবোধ আছিল, ঘৰ সংসাৰ চলোৱাতো তেনে নীতি-নিয়ম আৰু শৃঙ্খলা পৰিপাটিকৈ ফুটি ওলাইছিল। তেখেত আছিল

কম কথা কোৱা আৰু অধিক কাম কৰা, সদায় পৰিষ্কাৰ সাজ-পোচাক পিন্ধা, গহীন-গম্ভীৰ অথচ ভিতৰি সকলোৰে প্ৰতি স্নেহশীল একাধাৰে এজন আদৰ্শ শিক্ষক আৰু কৰ্মীপুৰুষ।

ভিনিহিদেউৰ বিষয়ে সকলো কথা এটা প্ৰবন্ধতে লিখি শেষ কৰিব নোৱাৰি। বৰ্তমানৰ পুৰুষে তেখেতৰ সাহিত্য কৰ্মৰ, শিক্ষক জীৱনৰ আৰু ব্যক্তিগত জীৱন ধাৰাৰ বিষয়ে তেখেতৰ নিকট সম্বন্ধীয়, পা-পাৰিয়াল প্ৰমুখ্যে ঘৰৰ মানুহ আৰু সেই যুগৰ সম-সাময়িক আৰু অন্যান্য লোকৰ মুখৰ পৰা বা লিখনিৰ পৰা শুনি জানি যে অনুপ্ৰাণিত হ'ব, ইয়াত তিল মানো মোৰ সন্দেহ নাই। মই ভাবোঁ, আজিৰ যুগত অসমৰ মানুহৰ ধন সোণৰ অভাৱতকৈও অভাৱ ঘটিছে শিক্ষা আৰু ব্যক্তিগত জীৱনৰ ক্ৰম-বৰ্ধমান নৈতিক, সম্বলহীনতাৰহে। আদৰ্শলোকৰ আৰু আদৰ্শ শিক্ষকৰ জীৱন ধাৰাৰ বিষয়ে কিছু জানি বা শুনি অনুপ্ৰাণিত হ'বলৈ আৰু তেনে সাঁচেৰেই নিজ নিজ জীৱনৰ গঢ় দিবলৈ ইচ্ছা কৰা অলেখ ল'ৰা ছোৱালী এইখন অসমতে এতিয়াও আছে। কাৰণ, এখন সমাজৰ সাময়িকভাৱে চ্যুতি বা বিচ্যুতি ঘটিলেও সাধাৰণ মানুহৰ আৰু আনকি শিশুৰো বুদ্ধি-বিচাৰ আৰু নৈতিকতাৰ স্থায়ী স্খলন কদাপি হব নোৱাৰে। নিজৰ গাতে চিকুট মাৰি চাই মই কব পাৰোঁ, ভিনিহিদেৱে সকতেই মোক পঢ়িবলৈ দিয়া তেখেতৰ নাৰী বন্ধু'খন মই কিমানবাৰ যে পঢ়িছিলো, তাৰ লেখ-জোখ নাই। তেতিয়াই পুৰণি বঙলা আলোচনীত ৰবীন্দ্ৰনাথৰ কবিতাৰ শাৰী এনেদৰে মনত আছে, 'না জাগিলে সব ভাৰত ললনা'/ এ ভাৰত আৰ জাগেনা, জাগেনা'। আমাৰ ভিনিহিদেউৱে নাৰী-জাতিক জগাবলৈকে যেন কাম হাতত লৈ সেই কালতেই অসমত তথা দেশৰ নাৰী-সমাজক 'নাৰী বন্ধুৰ দৰে এটি অমূল্য ৰত্নৰ সৃষ্টি কৰিছিল। তেখেতৰ 'পুৰুষ-বন্ধু'ও জানো কম? কাৰণ, বিচাৰ বুদ্ধি সম্পন্ন ভিনিহিদেৱে বুজিছিল যে পুৰুষৰ চেতনা-বোধ আৰু সহৃদয়তা নাৰী-জাতিক সদায় লাগিবই। গতিকে, সমাজত 'পুৰুষ-বন্ধু'ৰ দৰে পুথিৰো প্ৰয়োজন আছে।

সকতেই মাজে মাজে মই ভাবিছিলো, অসমৰ সেই সময়ৰ শিক্ষাধিকাৰ স্মলচাহাব আৰু বিশিষ্ট শিক্ষাবিদ্ আৰু সাহিত্যিক অসমৰ স্কুলসমূহৰ সৰ্বজন গণ্য মান্য সু-পুৰুষ শৰৎচন্দ্ৰ গোস্বামী দেৱৰ দৰে শিক্ষাবিদে ভিনিহিদেউক কিয় ইমান স্নেহ আৰু শ্ৰদ্ধাৰ চকুৰে চাইছিল? ভিনিহিদেৱে যোৰহাটৰ নৰ্মাল স্কুলত ভালেমান বছৰৰ বিৰতিৰ পৰম্পৰা ভঙ্গ কৰি প্ৰথমবিভাগত নৰ্মালৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ বাবে? ডাঙৰ হ'লত বুজিব পাৰিছিলো জহুৰীয়ে প্ৰকৃত ৰত্ন বা জহৰৰ মূল্য বুজাৰ দৰে তেখেতসকলে ভিনিহিদেউৰ শিক্ষকতা গুণ, সত্য বাদিতা স্পষ্ট বাদিতা, ন্যায়-পৰায়ণতা আৰু অধ্যয়নশীল স্বভাৱৰ বাবেই এই শিক্ষকজনক নিজ পৰিয়ালৰ মানুহৰ দৰেই স্নেহ কৰিছিল। সেইটো আছিল এক যেন 'অন্য যুগ, অন্য পুৰুষ'ৰ যুগ। ভিনিহিদেৱে এনে স্নেহৰ বিনিময়ত ওপৰৱালা এইসকলৰ পৰা কোনো অন্যায় বা অনুচিত চৰকাৰী সা-সুবিধা লোৱা নাছিল — আৰু সিসকলেো নীতিৰ বিচাৰত এনে সা-সুবিধা কাৰোবাক দিয়াৰ পৰম্পৰা নাছিল।

ঘৰুৱা ভাৱে, ভিনিহিদেউৰ মই আছিলো অষ্টম খুলশলিয়েক,— বয়সত যথেষ্ট সৰু। মোৰ দেউতা তথা ভিনিহিদেউৰ শহুৰেক মাধৱ চন্দ্ৰ বৰা আছিল একালৰ অসম-বঙ্গ ৰেলওৱেত ক্ষোত্ৰী ষ্টেচনত কাম কৰা অসমৰ প্ৰথম বা দ্বিতীয়জন ষ্টেচন মাষ্টৰ। গঢ়ে-পিতে, গায়ে-গাৰিয়ে, খোজে-কাটলে, কথাই-বতৰাই, তেজ-পানীয়ে দেউতা আছিল এসময়ৰ সৰ্বজনমান্য শিক্ষাবিদ্ স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দৰে সু-পুৰুষ। ব্যক্তিগত জীৱনত বিষয় বুদ্ধি সম্পন্ন, ষ্টেচনত অৱসৰ সময়ত জ্যোতিষ-শাস্ত্ৰ আৰু শাস্ত্ৰাদি অধ্যয়ন কৰি কাল কটোৱা দেউতাৰ ব্যক্তিত্বই সেইকালৰ ৰেল-জগতৰ ইংৰাজ, এংলো ইণ্ডিয়ান আদি ওপৰৱালা সকল, অসমৰ গাঁও-ভূঁইৰ মেধি, বৰ-মেধি, সাধাৰণ খাটি খোৱা মানুহ, সত্ৰাধিকাৰ সকল, গুৱাহাটী আৰু অন্যান্য অসমৰ নগৰীয়া বা বিদ্বান সমাজৰো অসংখ্যলোকক চুম্বকৰ দৰে

আকৰ্ষণ কৰিব পাৰিছিল। মনত পৰে, ভিনিহিদেৰে বেলেগে নলবাৰীৰ কালৰ পৰা আহোঁতে ক্ষেত্ৰী ষ্টেচনত দেউতা তথা ভাবী শহুৰেকৰ সান্নিধ্যলৈ আহে। আৰু কলত সময়ত বাইদেউৰ লগত ভিনিহিদেউৰ শুভ-বিবাহ হয়। ভিনিহিদেউৰ সুদীৰ্ঘ কালৰ এই বৈবাহিক জীৱন অতি মধুৰ আছিল/বাইদেউৰ শান্ত-শিষ্ট প্ৰকৃতি, গৃহ-কৰ্ম আৰু দৈনন্দিন ঘৰ-সংসাৰ চলোৱাত নিপুনতাৰ বাবেই। মনত পৰে, ভিনিহি-দেৰে ঘৰত লিখা-পঢ়া কৰিবলৈ সদায় অনুকূল পৰিৱেশ এটা পাইছিল।

সদায় দেখি আহিছিলো, দেউতা আৰু ভিনিহিদেউৰ মাজত পাৰস্পৰিক প্ৰীতি আৰু ভক্তি-বোধ আজীৱন অটুট আছিল। কাৰণ দুয়োজন আছিল নিজ নিজ ক্ষেত্ৰত সুশৃংখলিত, কৰ্তব্য পৰায়ণ, সকৰ প্ৰতি মৰমেৰে আৰু ডাঙৰৰ প্ৰতি ভাক্তৰে ওপচা মহৎ হৃদয় একোখনৰ অধিকাৰী, স্বল্পভাষী আৰু কৰ্মাশ্ৰয়ী পুৰুষ। ভাৱৰ আৰু কৰ্মৰ এনে ঐক্য-বোধৰ বাবেই দুয়োজনৰ ব্যক্তিগত ক্ষেত্ৰতো এনে অনুকৰণীয় মিলা-প্ৰীতি বিদ্যমান হৈ আছিল। দেউতা আৰু ভিনিহি-দেউ, দুয়ো গৰাকীৰে সাধাৰণ মানুহ হিচাবে সাংসাৰিক ঘাত-প্ৰতিঘাত বাধা-বিঘিনি, ৰোগ-জৰা আৰু মৃত্যু আদিৰ দৰে ঘটনা বা বিপৰ্যয় যে ঘটো ঘটো হৈছিল বা ঘটিছিল, ই ঠিক। কিন্তু তাৰ মাজতো আমি দেউতাক আৰু ভিনিহিদেউক ধৈৰ্য, সংযম আৰু স্থিত-প্ৰজ্ঞাৰে জীৱনৰ তেনে দুৰূহ পৰীক্ষাসমূহত উত্তীৰ্ণ হোৱা দেখি, মোৰ হলে সকৰে পৰা ভিনিহিদেউ আৰু দেউতাৰ ব্যক্তিত্বলৈ অপৰিসীম ভক্তি-বোধ হৈছিল।

ব্যক্তিগত হলেও এইখিনিতে এটা কথা মনত পৰাত এই বিষয়ত অপ্ৰাসঙ্গিক নহ'ব বুলিয়েই লিখিবলৈ ওলাইছোঁ। চন ১৯৫৩, স্থান গুৱাহাটী। মোৰ হাতত অসম পাব্লিক চাৰ্ভিচ কমিচনৰ পৰা একে সময়তে পোৱা দুখন নিযুক্তি-পত্ৰ। এখন 'জিলা পশু-পালন বিষয়া'ৰ আৰু আনখন যোৰহাটৰ চৰকাৰী অসম কৃষি কলেজৰ প্ৰবক্তাৰ। দুয়োটা পদ সমানেই আকৰ্ষণীয়। সা-সুবিধাও প্ৰায় সমানেই। মই

এতিয়া কোনটোত যোগ দিওঁ? মনত দোধোৰ-মোধোৰ অৱস্থা। দেউতা আৰু ভিনিহিদেউৰ মত বিচৰাত দুয়োজনে ক'লে — 'তুমি ভাবি চোৱা আৰু বিবেকে যিটো কৰিবলৈ কয়, তাকেই কৰা'। মই অধিক সময় নলৈ যোৰহাটলৈ গৈ কৃষি কলেজতেই যোগ দিলো। আৰু 'জিলা পশু-পালন বিষয়াৰ পদত যোগ নিদিওঁ বুলি চৰকাৰক টেলিগ্ৰাম যোগে জনাই দিলো। মোৰ বিচাৰ-বুদ্ধি যে ঠিকেই আছিল, সি পিছত প্ৰমাণিত হৈছিল। এইখিনিতে উল্লেখযোগ্য যে ভিনিহিদেউ আৰু দেউতাই দুয়োজনেই মোক অধ্যাপক হোৱাটোকেই মনেৰে বিচাৰিছিল – যদিও সংসাৰ বুদ্ধি সম্পন্ন পুৰুষ হিচাপে দুয়োজনাই নিজে পোনপটীয়া নিৰ্দেশনা নিদি মোৰ বিচাৰ-বুদ্ধিৰ কৰ্ষণ কৰিবলৈকে কৈছিল।

মোৰ ভিনিহিদেউ আৰু বাইদেউ দুয়োগৰাকীয়েই স্বৰ্গগত হ'ল। দেউতাৰ ব্যক্তিত্বৰ অতীতৰ পৰশৰ স্মৃতিৰেই এতিয়া জীৱনৰ শেষৰ চোতালত থিতৈ লৈ খেলা-ধূলা কৰি আছোঁ।

পাহৰিব পৰা নাই, আজিও মই মোৰ পৰম শ্ৰদ্ধা-ভাজন ভিনিহিদেউক। কাৰণ, আনৰ মানত তেখেত শিক্ষক, শিক্ষাবিদ আৰু গ্ৰন্থকাৰ হলেও— মোৰ দৃষ্টিত তেখেত মোৰ ভিনিহিদেউহে— যিজনৰ স্নেহ আৰু অমৰ গুণাৱলীয়ে মোক সদায় বাট দেখুৱাই থাকিব।



# সাহিত্যিক কাশীনাথ বৰ্মন

দীননাথ বৰ্মন

আমাৰ পিতৃদেৱ স্বৰ্গীয় কাশীনাথ বৰ্মন আছিল স্কুলীয়া পাঠ্যপুথি প্ৰণেতা এগৰাকী আদৰ্শ শিক্ষক আৰু অসমীয়া ভাষা জননীৰ এগৰাকী নীৰৱ পূজাৰী। আমাৰ স্কুলীয়া শিক্ষক. বিশিষ্ট শিক্ষাবিদ স্বৰ্গীয় পদ্মনাথ শৰ্মাদেৱৰ ভাষাত – "আমাৰ মাজত এনে বহুতো অখ্যাতনামা কবি-সাহিত্যিক আছে, যিসকলে সাহিত্য সভাৰ বৰঘৰ-মাৰলঘৰ এল-ওপৰ কৰি নাথাকিলেও নতুবা বাতৰি কাকত, আলোচনী পাতত নিজৰ নাম প্ৰকাশ নকৰিলেও নীৰৱে সাহিত্যৰ সাধনা কৰি আছে আৰু সাধ্যানুসাৰে ভাষা-জননীৰ বেদীত নিজৰ বৰঙণি আগবঢ়াই আছে। এনে এজন সাহিত্যিক আছিল স্বৰ্গীয় কাশীনাথ বৰ্মন"।

ত্ৰিছৰ দশকতে অসমীয়া পাঠ্যপুথিৰ অভাৱ অনুভৱ কৰি তেখেতে 'অতুল পাঠ' নামৰ এলানি পাঠ্যপুথি ৰচনা কৰিছিল। এই কামত তেওঁক অনুপ্ৰেৰণা যোগাইছিল যোৰহাট নৰ্মাল স্কুলৰ সেই সময়ৰ চুপাৰিনটেণ্ডেণ্ট আৰু পিচলৈ অসমৰ স্কুল বিভাগৰ. পৰিদৰ্শক সু-সাহিত্যিক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱে। এইলানি পঢ়াশলীয়া পাঠ্যপুথিৰ প্ৰকাশৰ দায়িত্ব লৈছিল গুৱাহাটীৰ 'বৰুৱা এজেন্সী'য়ে। সু-সাহিত্যিক অতুলচন্দ্ৰ বৰুৱাদেৱে শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনীত উল্লেখ কৰিছে—যে "শৰৎচন্দ্ৰ গোস্বামীদেৱৰ পৰামৰ্শমতে সেই সময়ত কাৰ্বি আংলং জিলাত অসমীয়া ভাষাৰ প্ৰচলন হৈছিল। গোসাঁয়ে চৰকাৰলৈ লিখা-লিখি কৰি কাৰ্বি স্কুলত চলাবৰ কাৰণে কাশীনাথ বৰ্মনৰ "অতুল পাঠ" নামৰ পাঠ্য কিতাপ প্ৰথম, দ্বিতীয় আৰু তৃতীয়মানৰ কাৰণে

ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয়ভাগ কাৰ্বি আংলঙৰ স্কুল চাব-ইন্সপেক্টৰ ইংটি ডাঙৰীয়াৰ হতুৱাই কাৰ্বি ভাষালৈ অনুবাদ কৰাই কাৰ্বি স্কুলবোৰত চলাইছিল।" ১৯৫২ চনত তেওঁ 'অতুল পাঠমালা' নাম দি সেই স্কুলীয়া পাঠ্যপুথি কেইখন নতুনকৈ লিখি উলিয়ায়। কলিকতাৰ বিখ্যাত 'মেক্‌মিলান্ কোম্পানী'য়ে এই পাঠ্যপুথি লানি প্ৰকাশ কৰিছিল। এই পাঠ্যপুথি কেইখনে সেই সময়ৰ অসমৰ স্কুল সমূহত সমাদৰ পাইছিল আৰু কণ কণ শিশুসকলৰ মাজত জ্ঞানৰ পোহৰ বিলাইছিল। চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পিচত পেঞ্চনৰ পৰা পোৱা ধনৰ লগত এই পাঠ্যপুথিসমূহৰ পৰা যি লাভাংশ পাইছিল, তাৰেই তেওঁ ঘৰখন নিয়াৰিকৈ চলাইছিল।

তেখেত আছিল অসমীয়া ভাষা জননীৰ এগৰাকী নীৰৱ পূজাৰী। আজৰি সময় তেখেতে লিখা-পঢ়া কৰি কটাইছিল। তেখেতৰ দ্বাৰা ৰচিত প্ৰথম গ্ৰন্থ 'নাৰী ৰত্ন' তেখেতৰ সাহিত্যিক জীৱনৰ কীৰ্তিস্তম্ভ। ১৯২১ চনতে শ্বিলঙৰ 'চপলা সাহিত্য সদন'ৰ দ্বাৰা প্ৰকাশিত এই গ্ৰন্থখনিত তেখেতে ভাৰতীয় মহীয়সী নাৰীৰ জীৱন আৰু আদৰ্শৰ আলোচনা সন্নিৱিষ্ট কৰি ৫৪ গৰাকী নাৰীৰ জীৱনী সঙ্কলন কৰিছিল। এই গ্ৰন্থখনিত ভাৰতীয় নাৰীজাতিৰ জ্ঞান, স্বদেশপ্ৰেম, স্বামীভক্তি, আত্মত্যাগ আৰু নাৰীসুলভ চৰিত্ৰ মাহাত্ম্য প্ৰকাশিত হৈছিল। সতী জয়মতী, সাধনীৰ অসামান্য আত্মত্যাগ, মূলাগাভৰু, ৰাধা-ৰুক্মিণীৰ বীৰত্ব, মদম্বিকা কুঁৱৰী, ৰাণী ফুলেশ্বৰীৰ শান্তিপূৰ্ণ ৰাজ্য শাসন, নংবক্লা গাভৰু, কুৰঙ্গ নয়নী প্ৰভৃতিৰ সাহস আৰু বুদ্ধিমত্তাই অসমীয়া নাৰী-সমাজক সদায়েই অনুপ্ৰাণিত কৰি আহিছে আৰু কৰি থাকিব। এই পুথিখনিত সন্নিৱিষ্ট উজ্জ্বল এই নাৰী-চৰিত্ৰবোৰৰ পৰা আমাৰ ল'ৰা-ছোৱালীবোৰে এটা জাতীয় ভাৱৰ অনুপ্ৰেৰণা পাব। ১৯৫৬ চনত 'নাৰী ৰত্ন'ৰ চতুৰ্থ সংস্কৰণ প্ৰকাশ পায়। ১৯৪৯ চনত 'অমৰ কাহিনী' আৰু 'গল্প লহৰি' নামেৰে তেখেতে লিখা দুখন কিতাপ প্ৰকাশ পায়। পৃথিৱীৰ এঘাৰজন ধৰ্মগুৰুৰ জীৱন আৰু কৰ্মৰ

আলোচনা কৰি তেওঁ 'অমৰ কাহিনী' ৰচনা কৰিছিল। সুবিখ্যাত বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞাদেৱে এই কিতাপখনিৰ ভূমিকা লিখিছিল। 'গল্প লহৰি' আছিল ছটা ভিন্নসুৰী গল্পৰ সমষ্টি। ১৯৫০ চনত 'শান্তিদূত' নামৰ তেখেতৰ ৰচিত মহাত্মা গান্ধীৰ জীৱন চৰিত এখন প্ৰকাশ পায়। এই কিতাপখনে অসমীয়া ভাষাত মহাত্মা গান্ধীৰ পূৰ্ণাঙ্গ জীৱনী এখনৰ অভাৱ পূৰণ কৰে। ১৯৯৭ চনত লয়াৰ্চ বুক ষ্টলে এই কিতাপখন নতুনকৈ প্ৰকাশ কৰে। ১৯৫৮ চনত তেখেতে লিখা পঁচিশটা সৰু সৰু নীতিশিক্ষামূলক কাহিনী বৰ্ণনা কৰা 'কথাকলি' নামৰ কিতাপখন প্ৰকাশ পায়। পৃথিবীৰ বিভিন্ন দেশৰ বিয়াল্লিশজন মহান পুৰুষৰ জীৱন-পঞ্জী 'পুৰুষ ৰত্ন' তেখেতে লিখা এখনি উল্লেখযোগ্য গ্ৰন্থ। এই পুথি-খনেও 'নাৰী ৰত্নৰ' দৰে অসমীয়া সাহিত্য সমাজত সমাদৰ লাভ কৰিছিল। ১৯৬১ চনত গুৱাহাটীৰ 'নিউ বুক ষ্টলে' এই গ্ৰন্থ প্ৰকাশ কৰিছিল। তেখেতে ৰচনা কৰা শেষ পুথি, কিছুমান নৈতিক কাহিনীৰে ভৰপূৰ 'দেশ-বিদেশৰ সাধু সংগ্ৰহ' ১৯৬৪ চনত প্ৰকাশিত হয়। ওপৰত উল্লেখ কৰা কিতাপ কেইখনে অসমীয়া শিশু সাহিত্যৰ অভাৱ পূৰণ কৰিছিল। অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়োৱা তেখেতৰ বৰঙণি কম বুলি কবও নোৱাৰি। এই উদ্দেশ্যে তেখেতে জীৱন জুৰি ঐকান্তিক চেষ্টা চলাইছিল।

তেখেত আছিল এজন আদৰ্শ শিক্ষক। শিক্ষকতা তেখেতৰ জীৱনৰ ব্ৰত আছিল। এজন কৃতী শিক্ষক হিচাপে তেখেতৰ সুনাম আছিল। যোৰহাট নৰ্মাল স্কুলত শিক্ষকতা কৰি থকা সময়ত স্কুলখনৰ মুখপত্ৰ 'প্ৰভাত' নামৰ শিক্ষামূলক আলোচনীখনত ছাত্ৰ আৰু শিক্ষকৰ প্ৰতি উদ্দেশ্য কৰি তেখেতে প্ৰবন্ধ লিখিছিল। তেখেতৰ ভাষা সহজ-সৰল আছিল। তেখেতে নিজেও এজন কৃতী ছাত্ৰ আছিল। ১৯১৮ চনত নৰ্মাল স্কুলৰ শেষ পৰীক্ষাত তেওঁ প্ৰথম হৈ উত্তীৰ্ণ হৈছিল। মাতৃভাষাৰ প্ৰতি তেখেতৰ আছিল অসীম শ্ৰদ্ধা। তেখেতে কৈছিল, "আমি এতিয়াও মাতৃভাষাক হেয়জ্ঞান কৰি ইংৰাজী ভাষাক সন্মান

কৰোঁ। এতিয়াও আমাৰ শিক্ষিত ডেকাই কথাৰ মাজত কমেও শতকৰা বিশটা ইংৰাজী শব্দ ব্যৱহাৰ কৰে। এনে ভাৱ বিপৰ্য্যয়ৰ কাৰণ। গতিকে আমি এই ভাৱ এৰিব লাগে।"

তেখেতে ছাত্ৰক উদ্দেশ্য কৰি কৈছিল— "দেৱী সৰস্বতী জ্যোতিৰ্ময় মন্দিৰত থাকে ; আন্ধাৰত নাথাকে। বিনয় জ্ঞানৰ চাকি, নম্ৰতা তাৰ শলিতা, একাগ্ৰতা ঘিউ আৰু অনুৰাগ তাৰ জুই শিখা। এইবোৰ গুণ আৰ্জন কৰি মনমন্দিৰত সদায় জ্ঞান-বন্তি জ্বলাই ৰাখিবা।" শ্ৰেণীকোঠাত প্ৰয়োজনীয় পাঠ্যপুথি কেইখনৰ বাহিৰেও জ্ঞান আহৰণৰ বাবে আৰু অন্যান্য কিতাপ-পত্ৰ আদিৰ অধ্যয়ন যে নিতান্তই প্ৰয়োজনীয়, সেই কথা আমাক ল'ৰালিতে তেখেতে শিকাইছিল।

সুস্থ অৱস্থাত তেখেতে কেতিয়াও অবাবত বহি শুই সময় কটোৱা নাছিল। আজৰি সময়খিনিত লিখা-পঢ়া বা ঘৰুৱা কাম কাজত ব্যস্ত আছিল। তেখেতে শ্ৰমৰ মৰ্য্যদা সম্পৰ্কে ছাত্ৰক উদ্দেশ্য কৰি কৈছিল—' "সাধনা সিদ্ধিৰ কাৰণে তোমালোকে কঠোৰ শ্ৰম কৰিব লাগিব। শ্ৰম-বিমুখতা আৰু বিলাসিতা আকাশীলতাৰ দৰে। এই লতা যি গছত পৰে, সি সেই গছকে মাৰি পেলায়। সেইদৰে যি ঘৰত, যি সমাজত বা যি দেশত শ্ৰমবিমুখ বিলাসীলোকৰ সংখ্যা সৰহ, সেই ঘৰ, সেই সমাজ বা সেই দেশ অতি সোনকালে ধ্বংস পায়। সেইবাবে তোমালোকে যি কামকে কৰা মনপুতি কৰিবা আৰু তাক শেষ কৰিহে এৰিবা।"

তেখেত কাম-কাজ সকলোতে বৰ পৰি-পাটি আছিল। সেইকাৰণে তেখেতে আমাক কৈছিল— "শৃঙ্খলতা আৰু নিয়মানুৱৰ্তিতা ডাঙৰ গুণ। কাম-কাজ, ভাৱ-চিন্তা, চলন-ফুৰণ, পিন্ধা-উৰা সকলো কামতে শৃঙ্খলা ৰাখি চলিবা। কিতাপ-পত্ৰ সজাই ৰখা, মূৰৰ চুলি পৰি-পাটিকৈ ৰখা, চোলাৰ বুটাম মৰা, জোতাৰ ফিটা বন্ধা ইত্যাদি সৰু সৰু কামবোৰতো ক্ৰুটী নাৰাখিবা। সৰু কামৰ যোগেদিহে ডাঙৰ কামৰ অভ্যাস হয়।"

তেখেত অত্যন্ত স্পষ্টবাদী আৰু নৈতিক চেতনাসম্পন্ন লোক আছিল। যিকোনো অন্যায় কৰ্মৰ বিৰুদ্ধে তেওঁ সদায়েই প্ৰতিবাদ কৰিছিল। নিজৰ স্পষ্টবাদী নীতিৰ বাবে বহু সময়ত তেখেত আনৰ অপ্ৰিয় ভাজন হ'বলগীয়া হৈছিল। তেখেত ধৰ্মপৰায়ণ ব্যক্তি আছিল যদিও ধৰ্মৰ গোঁড়ামি তেখেতৰ নাছিল। তেখেতৰ মতে 'ধৰ্ম কেৱল কিছুমান আচাৰ-অনুষ্ঠান বা লোকাচাৰৰ সমষ্টি নহয়। বিধি-বিধান আৰু ক্ৰিয়াকাণ্ড ধৰ্মৰ কেৱল বহিৰাৱৰণ মাত্ৰ। যেনেকৈ খোৰ মেলা ধানৰ বগা কোমল অংশখিনি ৰক্ষা কৰিবৰ কাৰণে ওপৰত এটা তুঁহৰ আৱৰণ থাকে, তেনেকৈ সকলো ধৰ্মৰ মূলবস্তুক ৰক্ষা কৰিবৰ কাৰণে আচাৰ-অনুষ্ঠান আৰু বিধি-বিধানৰ দৰকাৰ। সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধা ৰাখি নিজ ধৰ্ম চৰ্চা কৰাহে জ্ঞানীলোকৰ কাম।'

নিজৰ পিতৃ-মাতৃৰ প্ৰতি তেখেতৰ অসীম শ্ৰদ্ধা আছিল। পিতৃ-মাতৃৰ বছৰেকীয়া তিথিত নাম-প্ৰসঙ্গ পাতি সাধু-সজ্জনক আপ্যায়ন কৰিছিল। তেখেতে লৰালিতে আমাক কৈছিল— "যি ল'ৰাই সকতে বাপেক-মাকক ভক্তি কৰে আৰু গুৰুজনক শ্ৰদ্ধা কৰে, সি ডাঙৰ হ'লে ঈশ্বৰক ভক্তি কৰে। যি ল'ৰাই সকতে ভাই-ভনীক মৰম কৰে, সি ডাঙৰ হলে দেশবাসীক আপোন বুলি ভাবে।"

চাকৰি জীৱনৰ শেষৰফালে ১৯৪১ চনৰ পৰা ১৯৫২ চনলৈকে দহবছৰ কাল তেখেতে শিৱসাগৰ চৰকাৰী হাইস্কুলত সহকাৰী শিক্ষক ৰূপে শিক্ষকতা কৰিছিল। ১৯৫২ চনত তেখেতে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লয় আৰু নাজিৰাত স্থায়ীভাৱে বসবাস কৰে। (সেই সময়ত আমাৰ এজন খুড়াদেৱে নাজিৰাত ব্যৱসায় কৰি আছিল।) নাজিৰাবাসীয়ে তেখেতক যথাযোগ্য সন্মান যাচিছিল। নাজিৰা সাহিত্য-সভা, সাহিত্য আলোচনা চক্ৰ, শিক্ষক সভা আৰু ৰাজহুৱা পুথি ভঁৰালৰ সভাবোৰত তেখেতৰ সক্ৰিয় সহযোগ আছিল আৰু গঠনমূলক দৃষ্টিভঙ্গীৰে দিহা-পৰামৰ্শ দিছিল। নাজিৰাৰ গান্ধীজয়ন্তী উৎসৱ, নাজিৰা হাইস্কুলৰ বঁটা-বিতৰণী সভা, জয়মতী উৎসৱ, বিহু সন্মিলনৰ

সভা আদিত তেখেতে সভাপতিৰ পদ অলঙ্কৃত কৰি চমু অথচ সাৰগৰ্ভ ভাষণেৰে শ্ৰোতাৰ হৃদয় জয় কৰিব পাৰিছিল। সেইখিনি সময়ৰ কথা আমাৰ ৰিণিকি ৰিণিকিহে মনত আছে। কাৰণ আমি তেতিয়া স্কুলৰ নিচেই তলৰ শ্ৰেণীৰ ছাত্ৰ। নাজিৰা শাখা সাহিত্য সভাৰো তেখেত সভাপতি আছিল আৰু সাহিত্য আলোচনা চক্ৰৰ যোগেদি সাহিত্য চৰ্চাৰ বাট মুকলি কৰিছিল। তেখেতৰ হাতৰ আখৰ খুব পৰিপাটি আৰু ধুনীয়া আছিল। শেষ বয়সত নিজে ভালকৈ লিখিব নোৱাৰো অৱস্থাতো আমাৰ হতুৱাই তেখেতে ৰচনা কৰা প্ৰবন্ধ পাতি ভালকৈ লিখাইছিল। উচ্চ আদৰ্শ আৰু সৰল জীৱন যাপন — তেখেতৰ জীৱনৰ বৈশিষ্ট্য আছিল। ১৯৬৩ চনৰ ১৫ মে' তাৰিখে - আঠষষ্ঠি বছৰ বয়সত নাজিৰাৰ নিজা বাসভৱনত তেখেতে ইহলীলা সম্বৰণ কৰে।



# পিতাৰ জীৱন, কৰ্ম আৰু আদৰ্শ

ড° শিৱনাথ বৰ্মন

( ১ )

পণ্ডিতসকলে কয়, আলোচনাৰ বিষয়-বস্তুক নিজৰ পৰা যিমান পাৰি নিলগাই ৰাখিব লাগে; তেহে আলোচনাটো নিৰ্মোহ হয়। কিন্তু এই প্ৰবন্ধৰ বিষয়-বস্তু হ'ল মোৰ দেউতা ( যাক আমি সম্বোধন কৰিছিলো 'পিতা' বুলি )। পিতা-পুত্ৰৰ মাজৰ সম্পৰ্ক ইমান ঘনিষ্ঠ যে ইয়াক ছিন্ন কৰি কোনো পুত্ৰই পিতৃক মোহশূন্যভাৱে, দূৰৈৰ পৰা, অৱলোকন কৰা সম্ভৱ নহয়, অন্ততঃ সহজ নহয়। তথাপি কিছু পৰিমাণে হলেও মোহমুক্তিৰ দাবী কৰিব পাৰোঁ এইবুলিয়েই যে পিতাৰ দেহাৱসান ঘটিছিল মই ছাত্ৰাৱস্থাত থকা কালতে,—আজিৰ পৰা ডেৰকুৰিৰো অধিক বছৰ পূৰ্বে। সময়ৰ এই দীৰ্ঘ ব্যৱধানে নিৰ্মোহ হোৱাৰ পথ সুচল কৰিছে।

( ২ )

পিতাৰ জন্ম হৈছিল আজিৰ পৰা এশ বছৰ আগেয়ে— ১৮৯৫ চনৰ জুলাই মাহত ( ১৩০২ শকৰ আহাৰ মাহৰ ২৩ তাৰিখে )। জন্মস্থান আছিল বৰ্তমান নলবাৰী জিলাৰ অন্তৰ্গত চামতাৰ ওচৰৰ আমনি গাওঁ। যিটো বংশত পিতাৰ জন্ম হৈছিল, সেইটো কোনো অভিজাত বা আঢ্যৱন্ত বংশ নাছিল, জাকতজিলিকাতো নাছিলেই। তেওঁৰ উপৰি পুৰুষসকল আছিল সাধাৰণ নিৰক্ষৰ খেতিয়ক। তেওঁৰ আতাক থলেৰাম অৱশ্যে কিছু ব্যতিক্ৰমী পুৰুষ আছিল। তেওঁৰো

লিখা-পঢ়া নাছিল। কিন্তু দুদান্ত আৰু সাহসী প্ৰকৃতিৰ মানুহ হোৱা বাবে চুবুৰীয়া অঞ্চলত তেওঁ জনাজাত হৈ পৰিছিল 'থলে বাঘা' নামেৰে। উল্লেখযোগ্য যে আমনি গাঁৱত থকা আমাৰ চাবেক ঘৰৰ যিটো চুবুৰী, সেইটোক আজিও তেওঁৰ নামেৰে 'বাঘাথেৰ চুপা' বা 'বাঘাপাৰা' বুলি কোৱা হয়। পিতাই তেওঁৰ এটি আত্মজীৱনীমূলক টোকাত তেওঁৰ পিতামহৰ বৰ্ণনা দিছে এনেদৰে—

"আমাৰ আতা বিক্ৰমত বাঘৰ দৰে আছিল বাবে মানুহে তেওঁক 'বাঘা বুঢ়া' বুলি মাতিছিল। তেওঁ গাঁৱৰ বাটেৰে গলে গাঁৱৰ দন্দুৰী তিৰোতাই তেওঁ গৈ নেদেখা হয় মানে দুৱাৰ এৰিছিল। গাঁৱৰ মানুহৰ সীমা আতাই গচকি দিলেই হৈছিল,— মণ্ডল-কাননগো অনাৰ দৰকাৰ নাছিল। ১৯৩১ চনৰ মাৰ্চ মাহত ৮২ বছৰ বয়সত আতাৰ মৃত্যু হয়।"

১৮৯৩-৯৪ চনত সৰ্থেবাৰী অঞ্চলত 'লচিমাৰ ধাৱা' নামে খ্যাত যিটো কৃষক বিদ্ৰোহ হৈছিল, পিতাৰ আতাকে (অৰ্থাৎ আমাৰ আজো আতাই) তাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু ৰজাঘৰৰ শাস্তি ভুগিছিল। সৰ্থেবাৰীৰ 'ৰাইজমেল শতবাৰ্ষিকী উদ্‌যাপন সমিতি'য়ে 'ৰাইজমেল' নামৰ যিখন স্মৃতিগ্ৰন্থ উলিয়াইছে, তাৰ এটা প্ৰবন্ধত আমাৰ আজো আতাৰ উল্লেখ আছে: "ক্ষেত্ৰী-ধৰ্মপুৰ মৌজাৰ আমনি গাঁৱৰ ৺ থলেৰাম বাঘা নামৰ এজন বীৰপুৰুষে আন্দোলনত সহযোগ কৰি চৰকাৰৰ শাস্তি ভোগ কৰিছিল।" শাস্তি কেনে ধৰণৰ আছিল, সেই বিষয়ে একেজন লেখকে কোৱা কথাখিনিও উল্লেখ-যোগ্য: "চৰকাৰে নেতৃস্থানীয় লোকসকলক ধৰি প্ৰথম শাস্তি হিচাপে কান্ধত যুঁৱলি দি হাল টানিব দিছিল। গাঁৱত যেতিয়া পুলিচৰ দ্বাৰাই তালাচি আৰম্ভ হৈছিল, তেতিয়া মানুহবিলাকে দিনৰ ভাগত ঘৰ এৰি হাবি-বননিত লুকাই থাকিবলগীয়া হৈছিল আৰু গাঁৱৰ ল'ৰা-ছোৱালী বিলাকে তেওঁলোকক টোপোলা ভাতৰ যোগান ধৰিছিল।" (ৰাইজমেল, হেমকান্ত ভূঞাৰ প্ৰবন্ধ, পৃঃ ১১৪)

আজো আতাই দুবাৰ বিয়া কৰাইছিল। প্ৰথম গৰাকী পত্নীৰ পৰা দুজন ল'ৰা আৰু তিনিজনী ছোৱালী, আৰু দ্বিতীয় গৰাকীৰ পৰা এজন ল'ৰা ( এওঁৰ অকালতে মৃত্যু হয় ) আৰু এজনী ছোৱালীৰ তেওঁ পিতৃ হৈছিল। তেওঁৰ প্ৰথম সন্তান তথা প্ৰথম পুত্ৰৰ নাম আছিল দুতিৰাম। এয়েই হ'লগৈ আমাৰ পিতাৰ পিতৃ অৰ্থাৎ আমাৰ আতা।

দুতিৰামৰ স্বভাৱ আছিল তেওঁৰ পিতৃৰ বিপৰীত। অতিশয় শান্ত আৰু নিৰ্জু প্ৰকৃতিৰ লোক আছিল তেওঁ। তেওঁ গাঁৱৰে প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰিছিল। এওঁৰ বিষয়ে পিতাই আত্মজীৱনী মূলক টোকাটোত লিখিছে,

"স্বৰ্গীয় দুতিৰাম পণ্ডিত মোৰ পিতা। তেওঁ আমনি স্কুলত প্ৰায় ত্ৰিশ বছৰ কাম কৰি অৱসৰ লয়। তেওঁ এজন ট্ৰেইনিং পোৱা শিক্ষক আছিল। প্ৰকৃতিত তেওঁ আতাৰ পৰা সম্পূৰ্ণ বেলেগ আছিল। তেওঁ কাৰো পৰা বেঙেনা-জলকীয়া এটাও বিনা পইচাই নাখাইছিল। তেওঁ স্কুলৰ আগতে দোকান দিছিল আৰু ইমান সংভাৱে চলিছিল যে আজিকালিও নলবাৰীৰ মাৰোৱাৰীবোৰে কয়, 'দুতিৰাম পণ্ডিতৰ মুখৰ কথা ৰেজিষ্টাৰী দলিলতকৈয়ো মূল্যবান।"

আতা কৰ্মী লোক আছিল। তেওঁ শিক্ষকতা কৰিছিল, দোকান দিছিল, খেতি-বাতিও চলাইছিল। বাঁহ-বেত আদিৰ কামতো তেওঁ পাৰ্গত আছিল। দেউতাকৰ মৃত্যুৰ এবছৰৰ পিচত তেওঁৰো মৃত্যু হয়।

আজো আতাৰ দৰে আতায়ো দুবাৰ বিয়া কৰাইছিল। প্ৰথম গৰাকী পত্নী আছিল কৈঠালকুছি গাঁৱৰ, — নাম কেতেকী। দ্বিতীয় গৰাকী আছিল গামাৰিমূৰি গাঁৱৰ। প্ৰথম গৰাকীৰ গৰ্ভত জন্ম হৈছিল চাৰিজন পুত্ৰ — ক্ৰমে কাশীনাথ, গোবিন্দৰাম, ৰঘুৰাম আৰু সমিন্দ্ৰ, আৰু এজনী কন্যা — দেৱীপ্ৰিয়া। দ্বিতীয় গৰাকীৰ গৰ্ভত মাত্ৰ একেটি ল'ৰা — পঞ্চানন। পুত্ৰসকলে পিতৃৰ বৃত্তি গ্ৰহণ কৰাৰ এটা প্ৰৱণতা সচৰাচৰ থাকে। আতাৰ পুতেকসকলেও তেওঁলোকৰ পিতৃৰ বহুমুখী

বৃত্তিৰ একোটাকৈ লোৱা দেখা যায়। বৰপুত্ৰ কাশীনাথে গ্ৰহণ কৰিছিল শিক্ষকতা বৃত্তি, দ্বিতীয় পুত্ৰ গোবিন্দৰামে হাত দিছিল ব্যৱসায়ত, অৰু বাকী কেইজনৰ বৃত্তি আছিল খেতি-বাতি।

সকলোকেইজন ভায়েকৰ ভিতৰত আমাৰ ডাঙৰ খুড়া গোবিন্দৰামৰ লগতে পিতাৰ আটাইতকৈ ওচৰ সম্পৰ্ক আছিল। এইজন খুড়াই ডিব্ৰুগড়, লিডু, ডিনাপুৰ আদি বিভিন্ন ঠাইত ব্যৱসায় কৰি ১৯৩১ চনত নাজিৰাত এখন দোকান খোলে আৰু তাতে স্থায়ীভাৱে থাকিবলৈ লয়। ১৯৫০ চন মানত তেওঁ মৰাণৰ ওচৰৰ চেপনতো এখন দোকান খুলিছিল। ককায়েকৰ লগত তেওঁৰ মধুৰ সম্পৰ্ক আছিল। তেওঁৰ চেনেহতে পিতাই শিৱসাগৰত চাকৰি কৰা কালত নাজিৰাতে তেওঁৰ পৰিয়ালটো ৰাখিছিল। সৰু কালছোৱা আমি খুড়াইঁতৰ লগত একেটা পৰিয়াল হিচাপে আছিলো। আমি ডাঙৰ খুড়াক সম্বোধন কৰিছিলো 'দোকানৰ পিতা' বুলি। ১৯৮৬ চনত ৮৬ বছৰ বয়সত নাজিৰাত তেওঁৰ বিয়োগ ঘটে।

সৈনিক-শিল্পী বিষ্ণু ৰাভাৰ লগত খুড়াৰ এক ধৰণৰ বৈবাহিক সম্পৰ্ক আছিল। বেলশৰৰ কমিউনিষ্ট নেতা নবীন মেধিৰ ভনীয়েক ৰশ্মিপ্ৰিয়া খুড়াৰ প্ৰথমা পত্নী আছিল। আনহাতে বিষ্ণু ৰাভাই বিয়া কৰাইছিল মেধিৰ জীয়েক কনকলতাক

আমাৰ বাকীকেইজন খুড়াই গাঁৱতে খেতি-বাতি কৰি আছিল। তৃতীয় খুড়া সমীন্দ্ৰ সামাজিক কাম-কাজত আগৰণুৱা আছিল। বিয়াল্লিশৰ আন্দোলনত ভাগ লৈ তেওঁ কিছুকাল জেলো খাইছিল। তেওঁ কম বয়সতে ঢুকায়। আমাৰ একমাত্ৰ পেহীৰ বিয়া হৈছিল সৰ্থেবাৰীৰ তামুলীচুপাত।

( ৩ )

পিতাৰ বিদ্যাৰম্ভ হৈছিল গাঁৱৰ পাঠশালাত। দহ বছৰ বয়সত তেওঁ তেওঁৰ দেউতাকে পঢ়োৱা স্কুলখনৰ পৰা প্ৰাথমিক পৰীক্ষা পাচ কৰে। সেই সময়ত নলবাৰী মাইনৰ স্কুলৰ বাহিৰে ওচৰে-পাঁজৰে

আন কোনো উচ্চ বিদ্যালয় নাছিল। নলবাৰী আননি গাঁৱৰ পৰা প্ৰায় দহ মাইল আঁতৰত। ইমান কম বয়সতে দূৰলৈ পঠিয়াবলৈ ইচ্ছা নকৰি আতাই তেওঁক ঘৰতে এবছৰমান বহুৱাই ৰাখে। এঘাৰ বছৰ বয়সত তেওঁক নলবাৰী মাইনৰ স্কুলত নাম লগাই দিয়া হয়। তেওঁ থকাৰ ব্যৱস্থা কৰা হৈছিল নলবাৰীৰ পৰা এমাইলমান আঁতৰৰ খাৰজৰা গাঁৱত। খোৱা-বোৱাৰ যোগান ধৰিবৰ বাবে তেওঁৰ লগত দিয়া হৈছিল খগেন্দ্ৰ কোচ নামৰ এজন লোকক। পুতেকে পইচা-পাতি বিচাৰিলে দিবৰ বাবে আতাই 'খোৱা বাবু' নামৰ নলবাৰীৰ এজন মাৰোৱাৰী মহাজনক অনুৰোধ কৰি আহিছিল। কম বয়সতে মুকলিমূৰীয়া হ'বলৈ পাই পিতা, নিজৰ স্বীকাৰোক্তি মতেই, উৎপতীয়া স্বভাৱৰ হৈ পৰিছিল। তেওঁ চুৰকৈ ৰেলত ফুৰিছিল, লোকৰ ঘোঁৰা চেকুৰাইছিল, এনেকি জুৱা খেলিবলৈয়ো লৈছিল। পঢ়া শুনাত তেওঁ চোকা আছিল হ'বলা, কাৰণ অপকৰ্ম কৰিও তেওঁ পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হৈছিল। কিন্তু শিক্ষকসকলৰ মুখত পুতেকৰ চৰিত্ৰৰ অৱনতিৰ কথা শুনি আতাই খঙতে তেওঁক স্কুলৰ পৰা একেবাৰে ঘৰলৈ লৈ আহে।

পিতাক লৈ আতা-আবুৰ মাজত সঘনে খৰিয়াল লাগি আছিল। এদিন বিৰক্ত হৈ আবুয়ে তেওঁৰ দেওৰেকৰ হাতত টকা দহোটা দিলে আৰু আতাই গম নোপোৱাকৈ পিতাক টিক্ স্টেচনত থৈ আহিবলৈ তেওঁক অনুৰোধ জনালে। সেইমতে খুড়াকে পিতাক ষ্টেচনত থৈ আহিলগৈ। তেতিয়া পিতাৰ বয়স মাত্ৰ বাৰ কি তেৰ বছৰ, হাতত মাত্ৰ দহোটা টকা সম্বল। 'কলৈ যাওঁ, কি কৰোঁ' বুলি ভাবি থাকোঁতে শেষত অনাদৰ পণ্ডিত নামৰ আতাৰ এজন বন্ধুৰ কথা তেওঁৰ মনত পৰিল। বন্ধুজনে তেতিয়া গোলাঘাটৰ কছাৰীহাট এল. পি. স্কুলত প্ৰধান শিক্ষকৰূপে কাম কৰি আছিল। পিতাই ৰেলত উঠি অনাদৰ পণ্ডিতৰ ঘৰ ওলালগৈ। পণ্ডিতে পিতাক তেওঁৰ ঘৰতে ৰাখিলে আৰু আতাৰ লগত চিঠিৰে পৰামৰ্শ কৰি তেওঁক গোলাঘাট মাইনৰ স্কুলত

নাম লগাই দিলে। সেই স্কুলৰ পৰাই পিতাই মাইনৰ পৰীক্ষা পাচ কৰে।

পিতাই গোলাঘাটৰ বেজবৰুৱা স্কুলত পঢ়াৰ আগ্ৰহ কৰিছিল। কিন্তু আতাই তেওঁক গুৱাহাটীৰ কলেজিয়েট স্কুলত পঢ়ুৱাম বুলি ধৰলৈ মাতি আনে। দুৰ্ভাগ্যক্ৰমে পিতাৰ কলেজিয়েট স্কুলত পঢ়া নহ'ল। কি কাৰণত কব নোৱাৰোঁ,— গুৱাহাটীত থলে পুতেক আগৰ দৰে পুনৰ উৎপতীয়া হৈ পৰিব বুলি ভয় কৰিয়েই হ'বলা আতাই পিতাক হাইস্কুললৈ যাবলৈ নিদিলে ; বৰং তেওঁৰ স্কুলখনৰে শিক্ষক পদত পিতাক জোৰকৈ সুমুৱাই দিলে। এইদৰে অতি কম বয়সতে পিতাৰ শিক্ষক-জীৱন আৰম্ভ হয়।

গাঁৱৰ স্কুলত কিছু কাল শিক্ষকতা কৰি পিতাই স্কুল ট্ৰেইনিং পৰীক্ষা দিয়ে। ১৯১১ চনত তেওঁ এই পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হয় আৰু তিনিচুকীয়া মাইনৰ স্কুলত প্ৰধান শিক্ষকৰূপে যোগ দিয়ে। ১৯১৬ চনত তেওঁ নৰ্মাল পঢ়িবলৈ যোৰহাটলৈ আহে। সেই সময়ত অসমৰ প্ৰথিতযশা শিক্ষাবিদ-সাহিত্যিক শৰৎচন্দ্ৰ গোস্বামী নৰ্মাল স্কুলৰ চুপাৰিন্‌টেণ্ডেণ্ট আছিল। শৰৎ গোস্বামীৰ সান্নিধ্য পিতাৰ জীৱনৰ এটা স্মৰণীয় ঘটনা ; এই সম্পৰ্কে আত্মজীৱনীমূলক টোকাটোত তেওঁ লিখিছে,

"ইয়াৰ (গোস্বামীদেৱক লগ পোৱাৰ) পিচৰ পৰা মোৰ জীৱনৰ বাট আনফালে গঢ় লয়। যোৰহাট নৰ্মাল স্কুলত মই বৃত্তিৰ টকাৰ বাহিৰে গড়ে দহ টকাকৈ খৰচ কৰিছিলো। মোৰ চিঠি পালে পিতাই টকা দিবলৈ কোনো সন্দেহ কৰা নাছিল। নৰ্মাল স্কুলতো মই প্ৰথম ল'ৰা আছিলো। ১৯১৮ চনৰ শেষ পৰীক্ষাত মই প্ৰথম বিভাগ পাইছিলো। তেতিয়ালৈকে কোনো ছাত্ৰই প্ৰথম বিভাগ পোৱা নাছিল। গতিকে মোৰ বৰ নাম। মোৰ কৃতিত্বত সন্তুষ্ট হৈ দুৰ্গাধৰ বৰকটকীয়ে শৰৎচন্দ্ৰ গোস্বামীৰ লগত পৰামৰ্শ কৰি মাহিলি চাল্লিশ টকা দৰমহাত দুই নম্বৰ প্ৰেক্টিচিং স্কুলত মোক দেও

পণ্ডিত পদত নিয়োগ ক'ৰে। নষ্ট হৈ যাব খোজা ল'ৰা এটা মানুহ হোৱা দেখি শৰৎ গোস্বামী ডাঙৰীয়াই মোক বৰ ভাল পাইছিল।"

আন এঠাইত তেওঁ পুনৰ কৈছে,

"চেঙেলীয়া কালত কুসঙ্গত পৰি মই অনেক কুকৰ্ম কৰিছিলো আৰু পঢ়া-শুনা এৰি অনাই বনাই ফুৰিছিলো। সেই সময়ত মই পিতৃ-মাতৃৰ অবাধ্য আছিলো। পথাৰত চৰি থকা লোকৰ ঘোঁৰা ধৰি চেকুৰাইছিলো, জুৱা খেলিছিলো আৰু আন অনেক অপকৰ্ম কৰিছিলো। মোৰ ১১ বছৰ বয়সত মই নৰ্মাল স্কুলত পঢ়িবলৈ যোৰহাটলৈ আহোঁ। মোৰ কপাল ভাল যে গোঁসাইদেৱৰ দৰে এজন শিক্ষাগুৰু পালো। পিতাদেৱে মোৰ দুষ্টামিৰ কথা তেওঁক বোধহয় কৈছিল। সৌভাগ্যক্ৰমে মোৰ ডেকাকালৰ সৰহভাগ সময় তেওঁৰ সান্নিধ্যত কটাবলগীয়া হ'ল; ফলত আজি জীৱনৰ শেষকালত মই এজন সম্পূৰ্ণ ভাল মানুহ (complete gentleman) বুলি গৌৰৱ কৰিব নোৱাৰিলেও, গোঁসাইদেৱৰ কাষ চপাৰ পাচৰ পৰা অমানুহৰ কোনো কাম কৰা নাই বুলি ডাঠি কব পাৰোঁ।" (৺ শৰৎচন্দ্ৰ গোস্বামীৰ চমু জীৱনী, গকুল চন্দ্ৰ গোস্বামী, পৃ: ১৩৯-৪০)

গোস্বামীদেৱৰ প্ৰতি পিতা অতিশয় শ্ৰদ্ধালু আছিল। পিতাৰ নিজৰ ভাষাত, তেওঁ গোঁসাইদেৱক পৃথিৱীৰ সকলো পূজনীয় লোকতকৈ অধিক শ্ৰদ্ধাৰ চকুৰে চাইছিল। গোস্বামীদেৱৰ প্ৰতি তেওঁৰ এই শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ পাইছিল নানাভাৱে। তেওঁ তেওঁৰ প্ৰথম কিতাপ 'নাৰী ৰত্ন' উছৰ্গা কৰিছিল গোস্বামীদেৱৰ প্ৰতিভাশালী কন্যা প্ৰতিভা দেৱীৰ সোঁৱৰণত; কিতাপখনৰ ভূমিকা লিখাইছিল গোস্বামীদেৱৰ জোঁৱায়েক, অসমৰ তেতিয়াৰ শিক্ষাধিকাৰ, উমাকান্ত গোস্বামীৰ হতুৱাই। তদুপৰি পিতাই যি লানি পাঠ্যপুথি লিখিছিল, তাৰ তেওঁ নাম থৈছিল 'অতুল পাঠমালা'। অতুল আছিল গোস্বামীদেৱৰ অকালতে মৃত্যু হোৱা মৰমৰ নাতি। গোস্বামীদেৱৰ মৃত্যুত পিতাই তেখেতৰ বিষয়ে এখন বুজন আকাৰৰ কিতাপো লিখিছিল।

(এই জীৱনীখনৰ বিষয়ে সম্পূৰ্ণ অজ্ঞাত আছিলো। কিছুদিন আগতেহে গোস্বামীদেৱৰ সুযোগ্যা কন্যা শ্ৰীযুতা সুপ্ৰভা গোস্বামীৰ পৰা এই বাতৰিটো পাইছো। ) কিতাপখনে ছপাখানাৰ মুখ এতিয়াও দেখা নাই, যদিও ১৯৫২ চনত '৺ শৰৎচন্দ্ৰ গোস্বামীৰ চমু জীৱনী' নামৰ যিখন কিতাপ তেখেতৰ জোঁৱায়েক প্ৰয়াত গকুলচন্দ্ৰ গোস্বামীয়ে প্ৰকাশ কৰিছিল, তাৰ এটা অধ্যায় পিতাই লিখি দিছিল।

গোস্বামীদেৱৰ সাহিত্য-কৰ্মতো পিতাৰ সহায়তাৰ চিন পাইছো। গোস্বামীদেৱে ওঠৰ শতিকাৰ আগভাগত নীলকণ্ঠ দাসে লিখা 'শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিত্ৰ' পুথিখন সম্পাদনা কৰিছিল। এইখন ছপাই উলিয়াইছিল অসম সাহিত্য সভাই ১৯২৭ চনত। পুথিখনৰ গোস্বামীদেৱে লিখা পাতনিত পাইছো :

"শ্ৰীমান কাশীনাথ বৰ্মনৰ পৰা এই পুথি নকল কৰা আৰু পাঠান্তৰ মিলোৱা বিষয়ত বিশেষ সহায় নোপোৱা হ'লে আমাৰ দ্বাৰাই ইয়াৰ সম্পাদন হৈ উঠা টান হ'লহেঁতেন। সেইদেখি তেওঁক ৰাইজৰ আগতে মোৰ শুভ ইচ্ছা জনাইছো।"

পিতা নৰ্মাল স্কুলৰ চাকৰিত সোমায় ১৯১৯ চনত। যোৰহাটত কিছুকাল থাকি তেওঁ ক্ৰমে পুঠিমাৰী আৰু বৰপেটা এম. ভি. স্কুলৰ প্ৰধান শিক্ষক হয়গৈ। কিন্তু বছৰেক পিছত তেওঁ পুনৰ যোৰহাটলৈ আহে আৰু আগৰ কামত যোগ দিয়ে। ইয়াত দহ বছৰ থাকি ১৯৩০ চনত তেওঁ বদলি হৈ কমলপুৰলৈ যায় আৰু তাৰ এম. ভি. স্কুলৰ প্ৰধান শিক্ষক পদত মকৰল হয়। কমলপুৰত ন বছৰ কাল সুখ্যাতিৰে কাম কৰি তেওঁ পুনৰ যোৰহাটলৈ আহে আৰু নৰ্মাল স্কুলৰ চাকৰিত যোগ দিয়েহি।

( ২ )

যোৰহাটত থকা কালছোৱা পিতাৰ বাবে আছিল তেওঁ সাহিত্যিক জীৱনৰ ভেটি ৰচনাৰ কাল। তেওঁৰ গুৰু প্ৰতিম শৰৎচন্দ্ৰ গোস্বামীতো

আছিলেই। তদুপৰি সেই সময়ত নৰ্মাল স্কুলত আছিল স্বনামধন্য হৰিনাৰায়ণ দত্তবৰুৱা। পিতাই একেৰাহে তেৰ বছৰ ( ১৯১৬—২৯) তেওঁৰ সান্নিধ্য পাইছিল—প্ৰথমতে শিক্ষক হিচাপে, পিচলৈ সহকৰ্মী হিচাপে। 'দত্তবৰুৱাৰ জীৱন কথা' নামৰ পুথিখন পিতাই দত্তবৰুৱাৰ বিষয়ে বহ'লৈকে আলোচনা কৰিছে। এই দুগৰাকীৰ উপৰিও যোৰহাটত তেওঁ সঙ্গ লভিছিল সেই সময়ত নৰ্মাল স্কুলতে থকা প্ৰাণনাথ বৃজবৰুৱা, আদ্যনাথ শৰ্মা, ভৈৰৱচন্দ্ৰ খাটনিয়াৰ, মিত্ৰদেৱ মহন্ত আদি সম্প্ৰতি প্ৰয়াত লোকসকলৰ। বৰপেটাৰ নীৰৱ সাহিত্যিক ৺ শ্ৰীৰামচন্দ্ৰ দাস নৰ্মাল স্কুলত পিতাৰ প্ৰিয় ছাত্ৰ আছিল। যোৰহাটত আৰু এজন ব্যক্তিৰ লগত তেওঁৰ ঘৰুৱা সম্পৰ্ক গঢ়ি উঠিছিল। তেওঁ আছিল যোৰহাটৰ 'প্ৰেজুৰেট হাউচ'ৰ মালিক ৺ সাধনাথ কলিতা।

নৰ্মাল স্কুলত পঢ়ি থকা কালতে পিতাই স্কুলখনৰ মুখপত্ৰ 'প্ৰভাত'ত প্ৰবন্ধ-পাতি লিখিবলৈ লয়। পিচলৈ এই আলোচনীখনৰ দুটামান সংখ্যাৰ সম্পাদনাৰ দায়িত্বও তেওঁ বহন কৰিছিল। পিতা যোৰহাটত থকাৰ শেষৰ ফালে অসম সাহিত্য সভাই 'চন্দ্ৰকান্ত অভিধান' উলিয়াবলৈ দিহা কৰে। শব্দ গোটোৱা, সিবোৰৰ ব্যুৎপত্তি নিৰ্ণয় কৰা আদি কামবিলাকত পিতাই কৌঁহিৰাম দাসক সহায় কৰি দিছিল।

যোৰহাটত থকা কালতে পিতাই তেওঁৰ জীৱনৰ প্ৰথম আৰু প্ৰধান গ্ৰন্থ 'নাৰী ৰত্ন' লিখি উলিয়ায়। গ্ৰন্থখন ভাৰতৰ ৫৪ গৰাকী মহীয়সী নাৰীৰ জীৱনী সম্বলিত এই গ্ৰন্থখন প্ৰথমতে প্ৰকাশিত হৈছিল ১৯২৯ চনত—চিলঙত থকা তেতিয়াৰ পুস্তক প্ৰতিষ্ঠান 'চপলা সাহিত্য সংসদ'ৰ দ্বাৰা। পিতাৰ জীৱন কালত কিতাপখনৰ সৰ্বমুঠ পাঁচোটা সংস্কৰণ প্ৰকাশ পাইছিল ( ১৯২৯, ১৯৩৮, ১৯৫১ আৰু ১৯৬২ )। কেইটা সংস্কৰণৰ প্ৰকাশক আছিল চপলা সাহিত্য সংসদ। কিতাপখন সম্প্ৰতি নতুনকৈ ছপাই উলিয়াইছে গুৱাহাটীৰ 'ইম্প্ৰিণ্ট' নামৰ প্ৰতিষ্ঠানটোৱে। কিতাপখন আজিৰ দৃষ্টিত হয়তো খুব ওখ খাপৰ নহয়। কিন্তু মই যিমানদূৰ জানো, অসমীয়া ভাষাত নাৰীৰ বিষয়ে

লিখা এইখন প্ৰথম চৰিত পুথি। সেইকালৰ পৰা কিতাপখনৰ এক ঐতিহাসিক গুৰুত্ব আছে বুলি ভাবোঁ।

কিতাপখনে অনেক নহলেও অন্ততঃ অসমৰ এগৰাকী বিশিষ্টা মহিলাক অনুপ্ৰাণিত কৰিছিল। সেই গৰাকী হ'ল ড° নিৰ্মলপ্ৰভা বৰদলৈ। এটা স্মৃতিচাৰণমূলক প্ৰবন্ধত তেওঁ লিখিছে,

"মোৰ শৈশৱ কালত এখন কিতাপে মোক বৰকৈ মোহিত কৰিছিল। সেইখন হৈছে মই তৃতীয় শ্ৰেণীত পঢ়া 'নাৰী ৰত্ন' নামৰ কিতাপ এখন। কিতাপখনৰ লিখক আছিল কাশীনাথ বৰ্মন। কিতাপখন বিশ্বৰ কেইবাগৰাকীও বৰেণ্যা নাৰীৰ জীৱন আৰু তেওঁলোকৰ বিশাল, গভীৰ কৰ্মৰাজিৰ ওপৰত ৰচিত আছিল। এই কিতাপখনেই হয়তো মোৰ মাজত নাৰীবিষয়ক উপলব্ধিৰ প্ৰথম জন্ম দিছিল। মই ইমান অনুভূতিশীল হৈ পৰিছিলো যে সেই তেতিয়াই ময়ো যেন কিবা এটা হ'বলৈ বিচাৰিছিলো। মোৰ সকু আত্মাটোৱে মহান কিবা এটা কৰিবৰ বাবে যেন চটফটাইছিল। আত্মাৰ শান্তিৰ বাবে শেষত মই কাগজ আৰু কলমকে হাতত তুলি ললো।" (সমকাল, অক্টোবৰ, ১৯৯১)

( ৫ )

১৯৪২-৪৩ চনত দ্বিতীয় মহাযুদ্ধৰ গণ্ডগোলীয়া কালছোৱাত পিতাই যোৰহাট ত্যাগ কৰে আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলৰ সহকাৰী শিক্ষকৰ কামত ভৰ্তি হয়। তেওঁ শিৱসাগৰ চহৰত বহা কৰি আছিল, কিন্তু পৰিয়ালটো হৈছিল তেওঁৰ ভায়েক গোবিন্দৰামৰ তত্বাৱধানত। আমি প্ৰায় পোন্ধৰ বছৰ ধৰি ডাঙৰ খুড়াৰ লগত একেলগে আছিলো। অৱসৰৰ পিচত ১৯৫৬ চনত পিতাই নাজিৰাতে ঘৰ-দুৱাৰ সাজে।

১৯৪২ চনৰ পৰা ১৯৫২ চনলৈকে দহ বছৰকাল পিতা শিৱসাগৰ হাইস্কুলত আছিল। শিৱসাগৰত চাকৰি কৰি থকা সময়ত একেটা বছৰতে (১৯৪৯ চনত) তেওঁৰ দুখন কিতাপ প্ৰকাশ পায় — 'অসম

কাহিনী' আৰু 'গল্প লহৰি'। দুয়োখন কিতাপ তেওঁ নিজেই ছপাই উলিয়াইছিল। পৃথিৱীৰ এঘাৰগৰাকী ধৰ্মগুৰুৰ জীৱনী সম্বলিত 'অমৰ কাহিনী' পুথিখনৰ ভূমিকা লিখি দিছিল ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে। ১৯৭৭ চনত চিলঙৰ চপলা-সাহিত্য সংসদে কিতাপখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰে। 'গল্প লহৰি' আছিল পিতাই ডেকাকালত লিখা ছটা গল্পৰ সমষ্টি। গল্পকেইটাৰ কথনভঙ্গী সৰল আৰু প্লটসমূহো অজটিল। তথাপি পিতাৰ গল্প লিখাৰ নিপুণতা যে আছিল, কিতাপখনত তাৰ প্ৰমাণ আছে। ১৯৫০ চনত পিতাই 'শান্তিদূত' নাম দি মহাত্মা গান্ধীৰ এখন জীৱন-চৰিত লিখে। এইখনো তেওঁ নিজেই প্ৰকাশ কৰিছিল। কিতাপখনৰ প্ৰথম প্ৰকাশৰ চাৰিটা দশকৰ পিচত লয়াৰ্ছ বুক ষ্টলে সম্প্ৰতি (১৯৯১ চনত) কিতাপখন পুনৰ ছপাই উলিয়াইছে।

১৯৫২ চনত পিতাই চৰকাৰী চাকৰিৰ পৰা অৱসৰ লয়। ইয়াৰ পিচত তেওঁ এবছৰমান নাৰ্মতি হাইস্কুলত শিক্ষকতা কৰিছিল। অৱশেষত সেই চাকৰিও ত্যাগ কৰি তেওঁ নাজিৰাত থাকিবলৈ লয়।

অৱসৰ কালত পিতাৰ সৰ্বমুঠ চাৰিখন কিতাপ প্ৰকাশ পাইছিল। সেই কেইখন হ'ল 'কথাকলি,' 'পুৰুষ ৰত্ন,' 'দেশ-বিদেশৰ সাধু সংগ্ৰহ' আৰু 'বিহু বাউলী' কথাকলি কিতাপখন বিশ্বৰ বৰেণ্য পুৰুষসকলৰ জীৱনত ঘটা পঁচিশটা সৰু সৰু উপদেশমূলক ঘটনাৰ সমষ্টি। এইখন প্ৰকাশ কৰিছিল লয়াৰ্ছ বুক ষ্টলে ১৯৫৮ চনত। সম্প্ৰতি একেটা প্ৰতিষ্ঠানেই কিতাপখন পুনৰ ছপাই উলিয়াইছে। ১৯৬১ চনত প্ৰকাশ পায় তেওঁৰ এখন বৃজন ধৰণৰ গ্ৰন্থ— 'পুৰুষ ৰত্ন'। পৃথিৱীৰ বিভিন্ন দেশৰ ৮২ গৰাকী খ্যাতিমান পুৰুষক লৈ লিখা এই গ্ৰন্থখন ছপাইছিল গুৱাহাটীৰ নিউ বুক ষ্টলে। ১৯৬৪ চনত একেটা প্ৰতিষ্ঠানেই প্ৰকাশ কৰে তেওঁৰ 'দেশ-বিদেশৰ সাধু সংগ্ৰহ' নামৰ কিতাপখন। ইয়াৰ উপৰিও কিছুমান বিহুগীত সংগ্ৰহ কৰি 'বিহু বাউলী' নামৰ এখন খুদীয়া পুথি তেওঁ নিজেই ছপাই উলিয়াইছিল।

পিতাই এলানি পাঠ্যপুথিও লিখিছিল। এই খনিটোৰ নাম পোনতে আছিল 'অতুল পাঠ'। ইয়াৰ প্ৰকাশক আছিল প্ৰয়াত গোপালচন্দ্ৰ বৰুৱাই স্থাপন কৰা গুৱাহাটীৰ 'বৰুৱা এজেন্সী'। ১৯৫২ চনত তেওঁ 'অতুল পাঠমালা' নাম দি কিতাপকেইখন নতুনকৈ লিখি উলিয়ায়। এইবাৰৰ প্ৰকাশৰ দায়িত্ব বহন কৰিছিল বিখ্যাত মেকমিলান কোম্পানীয়ে। পুথিকেইখনে প্ৰায় ডুকুৰি বছৰ ধৰি অসমৰ বিভিন্ন বিদ্যালয়ত জ্ঞানৰ পোহৰ বিলাই আছিল। পিতাৰ মৃত্যুৰ পিছতো কিতাপ কেইখন চলি আছিল। পাঠ্যপুথি নিগম প্ৰতিষ্ঠা হোৱাতহে কিতাপ কেইখনৰ প্ৰচলন বন্ধ হয়। ত্ৰিশৰ দশকৰ শেষৰ ফালে শৰৎচন্দ্ৰ গোস্বামীৰ যত্নত পাঠ্যপুথি কেইখন কাৰ্বি ভাষালৈয়ো অনূদিত হৈছিল বুলি গকুলচন্দ্ৰ গোস্বামীৰ '৺ শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনী' আৰু অতুলচন্দ্ৰ বৰুৱাৰ 'শৰৎচন্দ্ৰ গোস্বামী' নামৰ পুথিডুখনত পাইছোঁ :

" গোঁসায়ে চৰকাৰলৈ লিখা লিখি কৰি কাৰ্বি স্কুলত চলাবৰ কাৰণে কাশীনাথ বৰ্মনৰ 'অতুল পাঠ' নামৰ পাঠ্য কিতাপ-- প্ৰথম, দ্বিতীয় আৰু তৃতীয় মানৰ কাৰণে ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় ভাগ কাৰ্বি আংলঙৰ স্কুলৰ চাব ইন্সপেক্টৰ ইংতি ডাঙৰীয়াৰ হতুৱাই কাৰ্বি ভাষালৈ অনুবাদ কৰাই কাৰ্বি স্কুলবোৰত চলাইছিল।" ( গকুলচন্দ্ৰ গোস্বামীৰ পুথি, পৃ : ৬৫ ; অতুলচন্দ্ৰ বৰুৱাৰ পুথি, পৃ : ৫৪ )

উপৰি উক্ত কিতাপসমূহৰ উপৰিও পিতাই আৰু খনদিয়েক কিতাপ লিখি থৈ গৈছে। সেইবোৰ হ'ল—

১। অসমৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱাচাৰ্যসকলৰ চমু জীৱনী -

২। শ্ৰীশ্ৰী হৰিদেৱ চৰিত

৩। শৰৎচন্দ্ৰ গোস্বামী

৪। কিৰাত অৰ্জুন ( নাটক )

৫। সহজ ৰচনা শিক্ষা ( ২য় আৰু ৩য় মানৰ কাৰণে)

৬। ভাৰতৰ চমু বুৰঞ্জী (৫ম আৰু ৬ষ্ঠ মানৰ বাবে )

৭। ভাৰতৰ চমু বুৰঞ্জী ( ৭ম আৰু ৮ম মানৰ বাবে )

৮। ভূগোলৰ প্ৰশ্নোত্তৰ ( Matric Questions and Answers from 1926 to 1946 )

শেষোক্ত কিতাপখন পিতাৰ জীৱন কালতে ছপা হৈছিল। বাকীবোৰে আজিও ছপাৰ মুখ দেখা নাই। এইবোৰৰ উপৰিও পিতাই লিখা কিছুমান প্ৰবন্ধ, কাহিনী আৰু গল্প, তদুপৰি বিভিন্ন অনুষ্ঠানত তেওঁ দিয়া লিখিত ভাষণসমূহ আজিও প্ৰকাশিত নোহোৱাকৈ আছে। 'প্ৰভাত', 'দীপক' আদি আলোচনীত তেওঁৰ কিছুমান প্ৰবন্ধ, কাহিনী আদি প্ৰকাশিত হৈছিল; কিন্তু সেইবোৰ আজিও গ্ৰন্থিত হোৱা নাই। তেওঁ নিজে লিখা কিছুমান কাহিনী সংকলন কৰি 'মণিমালা' নামৰ এখন কিতাপ উলিয়াবলৈ পিতাই চেষ্টা কৰিছিল বুলি শুনিছোঁ। সেইখন হেনো প্ৰেছতো দিছিল। পিছে কিতাপখনৰ কি হ'ল, সেই বাতৰি আৰু উলিয়াব পৰা নগ'ল।

( ৬ )

পিতা ওখ খাপৰ সাহিত্যিক নাছিল। অসমীয়া সাহিত্যৰ আদৰ্শ বুৰঞ্জীবিলাকত তেওঁৰ নাম নাই ('বিংশ শতাব্দীৰ অসমীয়া সাহিত্য' নামৰ সংকলনটোৰ এঠাইত ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে কৰা এটা উল্লেখৰ বাহিৰে)। সাহিত্যিক হিচাপে বিশেষ প্ৰতিষ্ঠা তেওঁ পোৱা নাছিল। তেনে প্ৰতিষ্ঠা পাবৰ জোখাৰে অৰিহণাও হয়তো তেওঁ যোগাই থৈ যোৱা নাই। কিন্তু অসমীয়া ভাষা আৰু সাহিত্যক তেওঁ ভাল পাইছিল আৰু এই প্ৰীতি আছিল ঐকান্তিক। এটা সৰু ঘৰত, এবাহ ল'ৰা-ছোৱালীৰ হুলস্থুলৰ মাজত; অভাৱ-অনাটনৰ মাজত, তেওঁ সাহিত্য-চৰ্চা কৰি গৈছিল একাণপতীয়াকৈ। ইও তেনেই কম কথা নহয়। তেওঁৰ সাহিত্য-প্ৰীতি সম্পৰ্কে তেওঁৰ এগৰাকী গুণমুগ্ধই এটা প্ৰবন্ধত এইবুলি লিখিছে,

"বৰ্মন ডাঙৰীয়াই শিক্ষকতাৰ লগে লগে সাহিত্য-চৰ্চাও কৰিছিল। তেখেতৰ হাতৰ আখৰ ধুনীয়া আছিল। একোটা উপযুক্ত শব্দ

বিচাৰি নোপোৱালৈকে তেওঁ আন শব্দ ব্যৱহাৰ নকৰিছিল। .. ..
আজৰি পৰত আৰু বন্ধৰ দিনত পুথি-পাঁজি খুঁচৰি, কাহিনী বিচাৰি বা বন্ধু-বান্ধৱৰ ওচৰত পুৰণি কিতাপ আলোচনী ঘাটি তেওঁ সময়ৰ সদ্ব্যৱহাৰ কৰিছিল। ... .. নাজিৰা সাহিত্য সভা, নাজিৰা আলোচনা চক্র, শিক্ষক সভা আৰু ৰাজহুৱা পুথি ভঁৰালৰ সভাবোৰত তেওঁৰ সদায় সক্রিয় সহযোগ আছিল আৰু গঠনমূলক দৃষ্টিৰে সদায় দিহা-পৰামর্শ দিছিল।” (‘নীৰৱ সাহিত্যিক স্বৰ্গীয় কাশীনাথ বৰ্মন’ পৱনাথ শৰ্মা, অসম বাতৰি, ১৩ মে, ১৯৭১ চন)

চাকৰিৰ পৰা অৱসৰ লৈ নাজিৰাত থকা কালত তেওঁ তাত আলোচনা চক্রৰ সূচনা কৰিছিল, আৰু তাৰ প্ৰথম অধিবেশন তেওঁ বহুৱাইছিল তেওঁৰ নিজৰ ঘৰতে। ‘সীতাৰ অগ্নিপৰীক্ষা’ শীৰ্ষক এটা প্ৰবন্ধ সেই অধিবেশনত তেওঁ পাঠ কৰাৰ কথা এতিয়াও ৰিণিকি ৰিণিকি মনত পৰে। নাজিৰাত তেওঁৰ লগত সাহিত্যালোচনা কৰা ব্যক্তিসকলৰ ভিতৰত দুগৰাকী আছিল নাজিৰাৰে বিশিষ্ট সাহিত্যিক-সাংবাদিক পৱনাথ শৰ্মা আৰু ভোলানাথ দত্ত। শেষৰ ফালে গড়গাঁও কলেজৰ তেতিয়াৰ অধ্যাপক, অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক দুর্গেশ্বৰ শৰ্মাও তেওঁলোকৰ লগ লাগিছিলহি। সাহিত্য সভাৰ প্ৰয়াত সভাপতি লীলা গগৈও শিৱসাগৰৰ পৰা মাজে মাজে আমাৰ ঘৰলৈ অহা মনত আছে। (পিতাৰ জন্ম শতবাৰ্ষিকীৰ কথা তেখেতক কওঁতে তেখেতে মোক বেছ উৎসাহ যোগাইছিল আৰু এই ক্ষেত্ৰত সকলো প্ৰকাৰৰ সহায় সহযোগিতা আগবঢ়োৱাৰো মোক প্ৰতিশ্ৰুতি দিছিল। কিন্তু আমাৰেই দুৰ্ভাগ্য, তেখেতক লগ পোৱাৰ এসপ্তাহমান পিচতে আকস্মিক ভাৱে তেখেতৰ মৃত্যু হয়।)

নাজিৰা আৰু তাৰ চুবুৰীয়া অঞ্চলৰ সভা-সমিতিবোৰত পিতাই ভাগ লৈছিল। শংকৰদেৱৰ তিথি, জয়মতী উৎসৱ, স্কুলৰ বঁটা বিতৰণী সভা আদিত তেওঁ প্ৰায়ে সভাপতি, বিশিষ্ট অতিথি আদি ৰূপে যোগ দিছিল। অসম সাহিত্য সভাৰ নাজিৰা শাখাৰ তেওঁ কিছুকাল

সভাপতি আছিল। ১৯৬৩ চনত নাজিৰাত যেতিয়া অসম সাহিত্য সভাৰ অধিবেশন বহে, তেতিয়া তেওঁ শয্যাশায়ী। অধিবেশনৰ সভাপতি ৰত্নকান্ত বৰকাকতী, বাগ্মীবৰ নীলমণি ফুকন আদি সাহিত্যিক সকলে তেওঁক ঘৰতে দেখা দি আহিছিলগৈ।

( ৭ )

সাহিত্য-চৰ্চা কৰিলেও পিতা মূলত: আছিল এগৰাকী শিক্ষক। ১৬ বছৰ বয়সৰ পৰা ৬০ বছৰ বয়সলৈকে আঠৱষ্ঠি বছৰীয়া জীৱনটোৰ সুদীৰ্ঘ ৪৪ বছৰ ধৰি তেওঁ শিক্ষকতা কৰিছিল। শিক্ষকতা আছিল, ক'বলৈ গলে, তেওঁৰ জীৱনৰ ব্ৰত। মন কৰিবলগীয়া যে তেওঁৰ কিতাপ-পত্ৰসমূহৰো সৰহ ভাগেই ঘাইকৈ ছাত্ৰ ছাত্ৰীক উদ্দেশ্য কৰি লিখা। তাহানিতে 'প্ৰভাত' আলোচনীত প্ৰকাশ পোৱা 'শিক্ষাৰ আদৰ্শ' শীৰ্ষক এটা প্ৰবন্ধত তেওঁ লিখিছিল,

"শিক্ষকতা কৰ্ম ইমান ভাৱমূলক আৰু শিক্ষকৰ কাৰ্য ইমান মহৎ যে ইয়াক একাগ্ৰতা আৰু ঐকান্তিকতাৰ দ্বাৰা স্বভাৱগত কৰি নললে ইয়াক ধাৰণ কৰাই বিৰাট ব্যাপাৰ। ই বীৰৰ কাম, সাধকৰ কাম, ঋষি-যোগীৰ কাম। যি এই মহৎ কামৰ ভাৰ লৈছে, তেওঁ তেওঁৰ গোটেই জীৱন ইয়াত উছৰ্গা কৰক; নতু তেওঁৰ কাৰ্য বিফল, তেওঁৰ মনোৰথো সিদ্ধ নহয়।"

একেটা প্ৰবন্ধৰে আন এঠাইত শিক্ষকক উদ্দেশ্য কৰি তেওঁ কৈছিল,

"হে শিক্ষক বন্ধুসকল! নিজৰ কৰ্ম-কুশলতাক— 'দৰমহা কম, ইয়াৰে জীৱিকা নচলে'— এনে কথাৰ ঢাকনিৰে ঢাকি থৈ অলসতাক প্ৰশ্ৰয় দিলে নচলিব; কিয়নো আটাইবোৰ কথা জানি-বুজিও যেতিয়া আমি এই পথৰ পথিক হৈছোঁ, ই অৱস্থা আমাৰ কৰ্তব্যৰ ভিতৰত। কৰ্তব্য আওকাণ কৰাতকৈ ঘৃণনীয় আন একোৱেই হ'ব নোৱাৰে।"

পিতাই নিজেও এনে আদৰ্শ মানি চলিছিল নিশ্চয়; কাৰণ

যোৰহাট, কমলপুৰ, শিৱসাগৰ আদি অঞ্চলৰ বয়োবৃদ্ধ লোকসকলৰ মুখত পিতাৰ গুণানুকীৰ্তন আজিও মাজে মাজে শুনিবলৈ পাওঁ।

( ৮ )

পিতা খুব আচাৰনিষ্ঠ লোক নাছিল : কিন্তু ধৰ্মবিশ্বাস তেওঁৰ আছিল, হয়তো গভীৰেই আছিল। তেওঁৰ 'অমৰ কাহিনী' পুথিখন তাৰ প্ৰমাণ। পিতাইঁতৰ বংশটো হৰিদেৱৰ সেৱক আছিল। সকতে আতাই পিতাক জাগ্ৰা সত্ৰত শৰণ দিবলৈ ইচ্ছা কৰিছিল ; কিন্তু জাগ্ৰা সত্ৰৰ সেই সময়ৰ অধিকাৰগৰাকী নাবালক হোৱা হেতু পিতাই তেওঁত শৰণ ল'বলৈ অমান্তি হয়। তেতিয়া, তেওঁৰ নিজৰ ভাষাতে, "আমাৰ পিতৃদেৱে এটা বুদ্ধি কৰি সেই সমস্যাৰ মূৰ মাৰে। আমাৰ ওচৰৰে কুলবিল সত্ৰ হৰিদেৱী সত্ৰ। সেই সত্ৰৰ তেতিয়াৰ অধিকাৰ (অসমৰ বিখ্যাত কবিৰাজ) শ্ৰী পদ্মচন্দ্ৰ দেৱগোস্বামী প্ৰভুৰ পুত্ৰ সন্তান নাছিল। পিতাই মোক তেওঁৰ হতুৱাই দীক্ষা দিয়ায়।" ('শ্ৰীশ্ৰী হৰিদেৱ চৰিত' নামৰ অপ্ৰকাশিত গ্ৰন্থৰ পাতনি)

নৱবৈষ্ণৱ ধৰ্মৰ ওপৰত পিতাৰ আস্থা আছিল সুগভীৰ। কীৰ্তন, নামঘোষা, গীতা, ভাগৱত আদি তেওঁৰ প্ৰিয় গ্ৰন্থ আছিল। নৱ-বৈষ্ণৱ ধৰ্ম সম্পৰ্কে তেওঁ চিন্তা-চৰ্চাও কৰিছিল। এই বিষয়ে দুখনকৈ কিতাপ আৰু একাধিক প্ৰবন্ধ তেওঁ লিখি থৈ গৈছে। পিতাই নাম গোৱাও দেখিছিলো। সৰুতে তেওঁৰ লগত নামত বহি চাপৰি বজাই নাম ধৰাৰ কথা আজিও মনত আছে।

পিতা নিষ্ঠাবান হিন্দু আছিল ; কিন্তু ধৰ্মৰ গোঁড়ামিৰ পৰা তেওঁ আছিল মুক্ত। আন ধৰ্মৰ পৰা নীতিশিক্ষা ল'বলৈ বা আন ধৰ্মৰ মানুহৰ লগত খোৱা-বোৱা কৰিবলৈ তেওঁ সঙ্কোচ বোধ কৰা নাছিল। তেওঁৰ বন্ধুবৰ্গৰ ভিতৰত মুছলমান ব্যক্তিও আছিল। নাজিৰা হাইস্কুলৰ প্ৰতিষ্ঠাতা আৰু আদৰ্শ শিক্ষক আজিজুৰ ৰহমান ডাঙৰীয়া আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল আৰু দুয়ো আন কথাৰ লগতে ধৰ্মকথাৰো

আলোচনা কৰিছিল। ধৰ্মীয় সাম্প্ৰদায়িকতাক পিতাই কেতিয়াও প্ৰশ্ৰয় দিয়া নাছিল। 'অসমৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱাচাৰ্যসকলৰ চমু জীৱনী' নামৰ অপ্ৰকাশিত গ্ৰন্থখনৰ এঠাইত তেওঁ লিখিছে,

"সামাজিক বৈষম্য আৰু ঘৃণাৰ ভাবে ভাৰতৰ বিশাল সমাজ-খনক আজিও ছিন্ন-বিচ্ছিন্ন কৰি ৰাখিছে ; ধৰ্মৰ নামত ভাৰতবাসীৰ একতা নাই। .... সকলোৰে অন্তৰৰ মিল হওক, সকলোৰে আন ধৰ্মৰ প্ৰতি সহনশীলতা বাঢ়ক— এয়ে বেদৰ উক্তি, এয়ে বৈষ্ণৱ ধৰ্মৰো শিক্ষা আৰু দেশমাতৃৰো আহ্বান। গতিকে সকলো ভেদভাব দূৰ কৰি সকলোৱে একতা মন্ত্ৰত দীক্ষিত হওঁ আহক।"

পিতাৰ এই উক্তি আমাৰ সমাজত আজিও প্ৰাসঙ্গিক।

ধৰ্মনিৰপেক্ষ চিন্তাৰ লগতে পিতাৰ নৈতিক চেতনাও আছিল তীক্ষ্ণ। তেওঁ স্পষ্টবাদী লোক আছিল আৰু যিকোনো অন্যায়ৰ তীব্ৰভাৱে প্ৰতিবাদ কৰিছিল। ব্যক্তিগত লাভালাভ বিচাৰি অন্যায়ৰ লগত তেওঁ কাহানিও আপোচ কৰা নাছিল। এইটো কাৰণতেই তেওঁ কোনো কোনো লোকৰ অপ্ৰিয়ভাজন হোৱা আমি গম পাওঁ।

পিতা ঈশ্বৰ বিশ্বাসী লোক আছিল ; কিন্তু তেওঁ দৈৱবাদী নাছিল। 'পুৰুষকাৰেই অদৃষ্ট নাশৰ উপায়।'— তেওঁ এঠাইত এইবুলি লিখা পাইছোঁ। যিমানদূৰ জানো, এজন কৰ্মযোগী পুৰুষহে আছিল তেওঁ। শেষ বয়সত শয্যাশায়ী নোহোৱা পৰ্যন্ত আমি তেওঁক অবাবত বহি সময় কটোৱা দেখা নাছিলো। হয় খৰি ফলা, নহয় কোৰ মৰা, নহয় শাকনি খোঁচৰা ; হয় পঢ়া, নহয় লিখা—কিবা এটা নহয় এটা কামত তেওঁ অনবৰতে লাগি আছিল। তেওঁ শ্ৰমৰ

( ৯ )

মৰ্যদা বুজিছিল আৰু আমাকো সেই শিক্ষা দিছিল।

পিতা চৰকাৰী চাকৰিয়াল আছিল ; সেয়ে স্বাধীনতা আন্দোলনত তেওঁ ভাগ লোৱা নাছিল। সেইবুলি ব্ৰিটিচ সাম্ৰাজ্যবাদৰ ভক্ত তেওঁ কাহানিও নাছিল। গান্ধীজীৰ নেতৃত্বত হোৱা ভাৰতৰ অহিংস সংগ্ৰামৰ

প্ৰতি তেওঁৰ সমৰ্থন আছিল অকুণ্ঠ। তেওঁৰ 'শান্তিদূত' নামৰ মহাত্মা গান্ধীজীৰ জীৱনীখনেই ইয়াৰ প্ৰকৃষ্ট নিদৰ্শন। (কিমানদূৰ সত্য নাজানো, অসমীয়া ভাষাত মহাত্মা গান্ধীৰ পূৰ্ণাঙ্গ জীৱনী লিখা পিতাই ছাগে প্ৰথম লোক।)

সেইকালৰ প্ৰায়বোৰ অসমীয়া লোকৰ দৰে পিতাও আছিল বৃহদ্ জাতীয়তাবাদ আৰু ক্ষুদ্ৰ জাতীয়তাবাদ-দুয়োটাৰে সমৰ্থক। তেওঁ নিজকে ভাৰতীয় বুলি ভাবিছিল আৰু ভাৰতৰ উন্নতি কামনা কৰিছিল। লগতে তেওঁ ইয়াকো বুজিছিল যে অসমৰ উন্নতিৰ কথা বাদ দি ভাৰতৰ উন্নতিৰ কথা ভাবিব নোৱাৰি। আজিৰ দৰে সেই দিনতো বহিৰাগতসকলে অসমখন গ্ৰাস কৰিব খোজা দেখা পাই তেওঁ শিয়ৰি উঠিছিল আৰু ইয়াৰ প্ৰতিকাৰৰ বাবে যুৱশক্তিক আহ্বান জনাইছিল :

"দেশপ্ৰেম নাথাকিলে সমাজৰ বা দেশৰ উন্নতি হোৱা অসম্ভৱ। আইনৰ বলেৰে জনসাধাৰণক দেশপ্ৰেমিক কৰি তুলিব নোৱাৰি। তাৰ বাবে লাগে সজ আদৰ্শ আৰু উদ্যম। অসমীয়া মানুহৰ উদ্যমৰ অভাৱত সকলো অধিকাৰ বিদেশীৰ হাতলৈ গ'ল। আজি অসমৰ বেহা বেপাৰ বেদেশীৰ হাতত। ....

"এইদৰে চলি থাকিলে আমি নিজৰ দেশতে বিদেশীৰ গোলাম হ'ব লাগিব। এইবোৰ কথা ভাবি-চিন্তি অসমীয়া ডেকা-সকলে গা টঙাবৰ হ'ল। অসমীয়া ডেকা! টোপনিৰ পৰা উঠা, দেশখনৰ কথা ভাবা, আৰু দেশৰ মঙ্গল চিন্তা কৰা। তোমাৰ দান সামান্য হব পাৰে; কিন্তু সিয়েই বহুতক উৎসাহ যোগাব। আনলৈ আশা নকৰিবা। 'ন মাঙ্গে তো মোতি মিলে, মাঙ্গে তো ন মিলে ভিখ্। (১৯৫৭ চনত নমাটি মাঘ বিহু সম্মিলনত দিয়া সভাপতিৰ ভাষণ।)

বহিৰাগত লোকক দেখুওৱাৰ দৰে বহিৰাগত ইংৰাজী ভাষাৰ প্ৰতি আমি দেখুওৱা প্ৰয়োজনাধিক প্ৰীতিয়েও যে আমাৰ মাতৃভাষাক

দুৰ্বল কৰি তোলাৰ উপক্ৰম কৰিছে, সেই কথাও পিতাই উপলব্ধি কৰিছিল। আধুনিক জগতত ইংৰাজী শিক্ষাৰ প্ৰয়োজনীয়তা তেওঁ স্বীকাৰ কৰিছিল। কিন্তু কম বয়সৰ পৰাই ল'ৰা-ছোৱালীক ইংৰাজী শিকোৱাৰ বিষয়ে তেওঁৰ মত আছিল এনে ধৰণৰ :

"ভাষা ভাৱৰ দূত নহয়; ভাষা ভাৱৰ বাহন। মানুহে যি ভাষাৰে চিন্তা চৰ্চা কৰে, সেই ভাষাৰ অন্তৰ্নিহিত শক্তিয়ে মানুহৰ বোধশক্তি জগায় আৰু চিন্তাশক্তি বঢ়ায়। আমি আমাৰ সুকুমাৰ মতি ল'ৰা-ছোৱালীবোৰক বোধশক্তি জাগৰণৰ আদি অৱস্থাতে বিদেশী ভাষাৰ হেঁচা দি তেওঁলোকৰ চিন্তাশক্তি পঙ্গু কৰিছোঁ আৰু শিক্ষাৰ ক্ষেত্ৰত তেওঁলোকক দুৰ্বল কৰি ৰাখিছোঁ।"

(নাজিৰা হাইস্কুলৰ ছাত্ৰ একতা সভাৰ বছেৰেকীয়া অনুষ্ঠানত দিয়া সভাপতিৰ ভাষণ)

পিতাৰ এনেবোৰ মন্তব্য, মই ভাবোঁ, আজিও অবাস্তৱ হৈ পৰা নাই।

(১০)

পিতা আমাৰ চকুত আছিল, বঙলা ভাষাত যাক 'ৰাশভাৰী' বোলে, তেনে প্ৰকৃতিৰ লোক। তদুপৰি তেওঁৰ এটা উগ্ৰ খঙো আমি দেখা পাইছিলো। সেয়ে আমি ল'ৰা-ছোৱালীবোৰে তেওঁৰ লগত সহজভাৱে কথা-বতৰা পাতিব নোৱাৰিছিলো। আনহাতে বাহিৰত তেওঁ বন্ধু বৎসল, এনেকি খুলতীয়া স্বভাৱৰ লোক আছিল বুলি শুনিছোঁ। চৰিত্ৰৰ এনে দ্বৈতৰূপ আমাৰ পিতৃপ্ৰধান সমাজত বিৰল নহয়।

আমি দেখা দিনত পিতাৰ স্বাস্থ্য খুব সবল নাছিল। তেওঁৰ শৰীৰ আছিল লাহী, কিন্তু ওখ: গাৰ বৰণ আছিল মিঠা বৰণীয়া। তেওঁ চুৰিয়া-কামিজ পিন্ধিছিল, জাৰকালি গাত এৰিয়া চাদৰ লৈছিল; কামলৈ গলে কামিজটো চুৰিয়াত ভৰাই তাৰ ওপৰত কোট পিন্ধি লৈছিল। শেষ বয়সত তেওঁ হাতত লাঠি লৈ খোজ কাঢ়িছিল। তাৰ

আগতে তেওঁৰ বাহন আছিল চাইকেল। পিচৰ চকাত থকা লোহাৰ ফুটপিনত ভৰি দি তেওঁ ঘোঁৰাত উঠাৰ দৰে জঁপিয়াই চাইকেলত উঠা দৃশ্য আজিও মনত আছে।

পিতা খোৱাত নিয়মীয়া আছিল, কিন্তু খাইছিল জুতি লগাই। তেওঁ হাপানিৰ ৰোগী আছিল; আনহাতে তেওঁৰ ধুমপান কৰা স্বভাৱো আছিল। তেওঁ 'কেপষ্টেন' মাৰ্কা ধপাতৰ টেমা কিনি নিজে চুৰট পকাই হুপিছিল; মাজে মাজে হোকাও খাইছিল। তেওঁক তামোল সদায় খুন্দি খোৱাই আমি দেখা পাইছিলো।

তেওঁৰ পিতা আৰু পিতামহৰ নিচিনাকৈ পিতায়ো দুবাৰ বিয়া কৰাইছিল। তেওঁৰ প্ৰথম বিয়া হয় ১৯১৩ চনত তেওঁৰ সোতৰ বছৰ বয়সত। তেওঁৰ পত্নীৰ বয়স আছিল তেতিয়া মাত্ৰ আঠ বছৰ। আমাৰ এইগৰাকী মা চামতাৰ ওচৰৰে ৰূপীয়া বাথান গাঁৱৰ আছিল; নাম অছিল প্ৰতিমা। এই মাগৰাকী সাদৰী আৰু সুন্দৰী মহিলা আছিল বুলি শুনিছোঁ। আমাৰ ডাঙৰ বাইদেউ তেওঁৰ একমাত্ৰ জীৱিত সন্তান। ১৯৩১ চনত মাত্ৰ পঁচিশ বছৰ বয়সত প্ৰসূতি ৰোগত তেওঁৰ মৃত্যু হয়। এই সময়ছোৱা পিতাৰ পাৰিবাৰিক দুৰ্যোগৰ কাল আছিল। বৰ মা ঢুকোৱাৰ ডেৰ-দুবছৰ আগত তেওঁৰ পিতাক ঢুকাই-ছিল, তাৰো এবছৰ আগতে ঢুকাইছিল তেওঁৰ আতাক। ইফালে বৰ মা ঢুকোৱাৰ দুবছৰ নৌ হওঁতেই তেওঁৰ মাকৰো মৃত্যু হয়।

আমাৰ ডাঙৰ মা-গৰাকী ঢুকোৱাৰ তিনি বছৰৰ পিচত ১৯৩৭ চনত পিতাই আমাৰ মাক বিয়া কৰায়। আমাৰ মা ভবানীবালা আছিল নগাঁৱৰ জাগী-ভকতগাওঁ নিবাসী মাধৱচন্দ্ৰ বৰাৰ বৰ-জীয়ৰী। আমাৰ ককাদেউতা ৰেলৰে ষ্টেচন মাষ্টৰ আছিল; অৱসৰৰ পিচত তেওঁ ক্ষেত্ৰী মৌজাৰ মৌজাদাৰ হৈছিল। পিতাৰ লগত বিয়া হোৱাৰ আগতে মাৰ এবাৰ বিয়া হৈছিল — জাগী গাঁৱৰে এজন পুলিচ বিষয়াৰ লগত। কিন্তু বিয়াৰ এদিন নে দুদিন পিচতে ঘোঁৰাৰ পৰা পৰি

বিষয়াজনৰ মৃত্যু হয়। বিধবা হোৱাৰ এবছৰমানৰ ভিতৰতে পিতাই মাক বিয়া কৰায়। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শই পিতাৰ মনত ক্ৰিয়া কৰিছিল ছাগৈ। পিতা এনেয়ো নাৰীজাতিৰ প্ৰতি সহানুভূতিশীল আছিল। তেওঁ এবাৰ কৈছিল,

"স্ত্ৰীজাতি শক্তিজাতি। তেওঁলোকৰ যি শক্তি আছে, পুৰুষৰ নাই। শক্তি তিনি প্ৰকাৰৰ। দৈহিক, মানসিক, ঐশ্বৰিক। এই তিনি শক্তিৰ ভিতৰত কেৱল দৈহিক শক্তিতহে তিৰোতা পুৰুষতকৈ হীন। তাৰ বাহিৰে মানসিক আৰু ঐশ্বৰিক শক্তিত তিৰোতা পুৰুষতকৈ অধিক নহলেও কম নহয়।" (৮।৪।৫৭ তাৰিখে নামতি চাৰিআলিত জয়মতী উৎসৱ উপলক্ষে দিয়া সভাপতিৰ লিখিত ভাষণৰ পৰা)

পিতাই লিখা গল্পতো নাৰী-মুক্তিৰ প্ৰতি তেওঁৰ সমৰ্থন প্ৰতিফলিত হোৱা দেখা পাওঁ। 'গল্প-লহৰি'ত থকা 'যোগমায়াৰ কীৰ্তি' নামৰ গল্প এটাত তেওঁ কৈছে,

"অনেক সময়ত দেখা যায় যে কিছুমান মানুহে নিজৰ স্বাৰ্থপূৰণৰ কাৰণে তিৰোতাৰ হৃদয় বৃত্তি লৈ খেলা কৰে। তেওঁলোকে এইটো ভাবি নাচায় যে তিৰোতাৰো সুখ-দুখৰ অনুভূতি আছে, ভাল-বেয়াৰ জ্ঞান আছে আৰু তেওঁলোকৰো ক্ৰিয়াশীল বৃত্তি আছে। তেওঁলোকৰ মনৰ বৃত্তিবোৰ এনে নহয় যে তাক গাত লোৱা চাদৰৰ দৰে ইচ্ছামতে ভাঁজ দি লব পাৰি বা মূৰৰ কুটাৰ দৰে হাতেৰে জোকাৰি পেলাব পাৰি।"

পিতাই 'নাৰীৰত্ন' পুথি লিখা কথাটোৱেও নাৰীশক্তিৰ প্ৰতি তেওঁৰ আস্থাৰ ইঙ্গিত দিয়ে। এইটোও লক্ষ কৰিবলগীয়া যে পিতাই তেওঁ লিখা কিতাপবিলাকৰ যি তিনিখন আনলৈ উছৰ্গা কৰিছে, সেই তিনিওখনেই উৎসৰ্গিত একোগৰাকী নাৰীৰ নামত। ('নাৰীৰত্ন' প্ৰতিভা দেৱীৰ নামত, 'পুৰুষৰত্ন' মাৰ নামত আৰু 'কথাকলি' আমাৰ কম বয়সতে ঢুকোৱা ধুমলীয়া ভনী নিভাৰ নামত।)

এই খিনিতে মাৰ বিষয়েও দুআষাৰ কোৱা উচিত হ'ব বুলি ভাবোঁ। আমাৰ মা অতি পৰিশ্ৰমী আৰু ধৈৰ্যশীলা আছিল। তেওঁৰ পঢ়াশুনা আছিল এল. পি. স্কুল পৰ্যন্ত। অৰ্ধশিক্ষিতা মহিলা সাধাৰণতে ধৰ্মীয় কুসংস্কাৰৰ বন্দী হয়। কিন্তু মা সেইবোৰৰ উৰ্ধ্বত আছিল। পিতাৰ, আৰু আমাৰো, মুছলমান বন্ধুবোৰক চাহ-ভাত খুউৱাত তেওঁ আপত্তি তো নকৰিছিলেই, বৰং মুছলমান ধৰ্মৰ কিছুমান আচাৰৰ (বিশেষকৈ মৃতকৰ প্ৰতি মুছলমানসকলে দেখুওৱা সন্মানৰ) প্ৰশংসাহে তেওঁৰ মুখত শুনিছিলো। সংসাৰৰ দৈনন্দিন ভাৰ তেওঁৰ ওপৰতে ন্যস্ত আছিল আৰু তেওঁ এই ভাৰ বহন কৰিছিল ওজৰ-আপত্তি নকৰাকৈ। পিতা অতিশয় গহীন প্ৰকৃতিৰ হোৱা হেতু মাৰ লগতেই আমাৰ সম্পৰ্ক আছিল অধিক। আমাৰ অভাৱ-অভিযোগবোৰ পিতাৰ আগত উত্থাপিত হৈছিল মাৰ যোগেদিহে। হিচাব কৰি দেখিছো, মা পিতাতকৈ প্ৰায় পঁচিশ বছৰে সৰু আছিল। কিন্তু আমি যিমান দূৰ জানো, পিতাৰ লগত মাৰ সম্পৰ্ক আছিল মধুৰ। মাই আমাৰ লগতে পিতাৰো বিশেষ যত্ন লৈছিল। বিশেষকৈ পিতাৰ শেষ বয়স কেইটাত তেওঁ পিতাক যি ধৰণে পৰিচৰ্যা কৰিছিল, সি প্ৰায় অতুলনীয়। 'পুৰুষ ৰত্ন' নামৰ পুথিখন মা লৈ উছৰ্গা কৰি পিতায়ো মাৰ সেৱাৰ প্ৰতি কৃতজ্ঞতা জনাই গৈছে।

মা সুন্দৰী আৰু স্বাস্থ্যৱতী মহিলা আছিল। কোনো ডাঙৰ অসুখত পৰা তেওঁক আমি দেখা নাছিলো। কিন্তু শেষৰ ফালে নানা প্ৰকাৰৰ ঘৰুৱা অশান্তিয়ে তেওঁক কাহিল কৰি তোলে। বছৰেক ধৰি শয্যাগত হৈ থাকি ১৯৭৭ চনৰ ২৬ মাৰ্চৰ দিনা সাতাৱন্ন বছৰ বয়সত তেওঁ শেষ নিশ্বাস ত্যাগ কৰে।

( ১১ )

জীৱনৰ শেষৰ ফালে পিতায়ো কিছু অশান্তি ভোগ কৰিবলগীয়া হৈছিল। তেওঁৰ ল'ৰা বিলাক আছিল সৰু সৰু। (তেওঁৰ অৱসৰৰ সময়ত তেওঁৰ বৰ ল'ৰা, অৰ্থাৎ মই মাত্ৰ ক্লাচ ফাইভ নে চিক্সৰ ছাত্ৰ আছিলো।) ইফালে তেওঁৰ ছোৱালী আছিল ভালেকেইজনী আৰু

গোটেই কেইজনীক তেওঁ ভেতিয়ালৈকে সৎ পাত্ৰত গটাব পৰা নাছিল। আনহাতে পেন্সনৰ টকা আৰু পাঠ্যপুথিৰ পৰা পোৱা কিছু ধনৰ বাহিৰে তেওঁৰ আয়ৰ অন্য বাট নাছিল। সঞ্চয়ৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ আছিল বুলিও মনে নধৰে। পিতা বৈষয়িক মানুহ নাছিল। তেওঁ জীৱনত কোনো স্থাবৰ সম্পত্তি কৰা নাছিল। অৱসৰৰ পিছত নাজিৰাৰ যি মাটিত তেওঁ ঘৰ সাজিছিল, সিও তেওঁৰ নিজা মাটি নাছিল: সেই মাটি আছিল অসম চাহ কোম্পানীৰ।

১৯৫৮ চনত আমাৰ পৰিয়ালত এটা দুৰ্ঘটনা ঘটে। ওচৰৰে দিখৌ নৈত আমাৰ লগত গা ধুবলৈ গৈ আমাৰ সাত বছৰীয়া ভনী নিভাৰ সলিল সমাধি ঘটে। তিনি দিনৰ পিচত শিমলুগুৰিৰ ওচৰত তাইৰ মৃতদেহ উদ্ধাৰ হয়। এই ঘটনাই পিতাৰ মনত গভীৰ আঘাত দিছিল। 'কথাকলি' নামৰ কিতাপখন তাইৰ নামত উছৰ্গা কৰি তেওঁ মনৰ শোক পাতলাইছিল। এই ঘটনাৰ এবছৰমান পিচত আমাৰ আন এজনী ভনী নিৰুৰ এঘাৰমান বছৰ বয়সত মৃত্যু হয়।

এই দুটা ঘটনাৰ লগতে আৰ্থিক সমস্যাৰ চিন্তায়ো পিতাক বেছ জুৰুলা কৰিছিল যেন লাগে আজিও মনত আছে, মৃত্যুৰ মাহচেৰেক আগতে তেওঁ মোক ওচৰলৈ মাতি নি কৈছিল, "তোক বি. এচ. চি লৈকেহে পঢ়াব পাৰিম।" সেই সময়ত তেওঁৰ কথা শুনি খঙ উঠিছিল। এতিয়া সেই কথাৰ মৰ্ম বুজি মনত দুখ লাগে। তেওঁ কোৱা কথা ফলিয়াইছিলও। মই বি. এচ. চি. পৰীক্ষা দি থকা সময়তে তেওঁৰ মৃত্যু হয়।

পিতাৰ স্বাস্থ্য আগৰে পৰা দুৰ্বল আছিল। বিশেষকৈ হাপানি বেমাৰে তেওঁক বেছ কষ্ট দিছিল। পিচলৈ তেওঁ স্নায়ৱিক ৰোগতো আক্ৰান্ত হয়। তেওঁ ভালকৈ খোজ কাঢ়িব নোৱাৰা হৈছিল। জীৱনৰ শেষৰ তিনি-চাৰিটা বছৰ তেওঁ সম্পূৰ্ণ শয্যাগত হৈ আছিল বুলিব পাৰি। ১৯৬৩ চনৰ ১৫ মে'ৰ দিনা দুপৰীয়া ভাত খাই উঠি

পানী খাবলৈ লওঁতে হঠাতে কাহ উঠি তেওঁ উশাহ ঘূৰাব নোৱাৰা হয় আৰু বহি থকা চকীখনতে তেওঁৰ মৃত্যু ঘটে। মৃত্যুৰ সময়ত তেওঁৰ বয়স আছিল প্ৰায় আঠষষ্ঠি বছৰ।

পিতা নামজ্বলা ব্যক্তি নাছিল; তেওঁৰ প্ৰতিভাও চকু ছাট মৰা বিধৰ নাছিল। কিন্তু মহৎ লোকৰ জীৱনীবিলাকে তেওঁক আকৰ্ষণ কৰিছিল আৰু সেই সকলৰ অনুকৰণত তেৱোঁ এটা মহৎ জীৱন যাপন কৰিবলৈ যত্ন কৰিছিল। আলবেয়াৰ কেমু নামৰ এগৰাকী বিখ্যাত লেখকে কৈছে, "মহৎ হোৱাৰ সাধনাই হ'ল মহত্ত্ব।" যদি সেয়ে হয়, তেন্তে পিতাও হয়তো এজন মহত্ত্বশালী ব্যক্তিয়েই আছিল,— অন্ততঃ মোৰ চকুত।

( ১৯৭৩ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা আৰু অতুলচন্দ্ৰ হাজৰিকাই সম্পাদনা কৰা 'কামৰূপ ৰত্নাৱলী'ৰ প্ৰথম খণ্ডত মই পিতাৰ বিষয়ে লিখা এটা প্ৰবন্ধ সংকলিত হৈছিল। বৰ্তমানৰ প্ৰবন্ধটো সেই প্ৰবন্ধটোৰেই এটা প্ৰসাৰিত আৰু পৰিবৰ্ধিত ৰূপ। — লেখক )



# জীৱনীকাৰ কাশীনাথ বৰ্মন

প্ৰসেনজিৎ চৌধুৰী

এটা সময় আছিল যেতিয়া সম্পদ, সমৃদ্ধি আৰু সন্মানৰ লোভত লেখকে জীৱনী-সাহিত্য ৰচনা কৰাৰ কথা চিন্তা কৰা নাছিল। সেই যুগত সাধাৰণতে বিশেষ এটা আদৰ্শৰ প্ৰেৰণাত বা নিৰ্দিষ্ট এক সামাজিক লক্ষ্য আগত ৰাখি শুভবুদ্ধিসম্পন্ন লেখকে জীৱনী লিখিছিল। ব্ৰিটিছ শাসনৰ বিৰুদ্ধে চলা প্ৰবল আন্দোলনে সেই কালৰ মানুহৰ চিন্তা-চেতনাক অভূতপূৰ্বভাৱে আন্দোলিত কৰিছিল, উদ্বুদ্ধ কৰিছিল এখন নিকা আৰু নিঃস্বাৰ্থ সমাজ তথা এটা সবল আৰু সচেতন জাতি গঢ়িবলৈ। এই পটভূমিত আধুনিক যুগৰ ন ন ভাৱধাৰাৰ সতে পুৰণি আদৰ্শ আৰু আচৰণৰ সমন্বয় সাধনৰ চেষ্টাও চলিছিল অবিৰতভাৱে। কাশীনাথ বৰ্মনদেৱ আছিল এই যুগৰেই এক অধুনা-বিস্মৃত জীৱনীকাৰ।

কাশীনাথ বৰ্মনদেৱৰ প্ৰথম আৰু সৰ্বাধিক জনপ্ৰিয় গ্ৰন্থ 'নাৰী-ৰত্ন' ১৯২৯ চনত ছপা হৈ ওলায়। এতিয়ালৈকে এই জীৱনী সংগ্ৰহ খনৰ ছটা সংস্কৰণ প্ৰকাশ পাইছে। এই কথাটোৱে প্ৰমাণ কৰে যে বৰ্মনদেৱে ডেকাকালত লিখা এই গ্ৰন্থখনে পঢ়ুৱৈ-সমাজত অবিশ্বাস্য সমাদৰ লাভ কৰিছিল এই জীৱনী-সংগ্ৰহখনত চৌৱন্ন গৰাকী ভাৰতীয় নাৰীৰ জীৱন-কাহিনী সংকলিত কৰা হৈছে। বৰ্মনদেৱে 'পাতনি'ত লিখা কথাখিনিৰ পৰা তেখেতৰ নাৰী বিষয়ক চিন্তাধাৰাৰ কিঞ্চিৎ আভাস পোৱা যায়। তেখেতে লিখিছে : " পশ্চিমীয়া নাৰী জাগৰণৰ প্ৰধান লক্ষ্য ৰাজনৈতিক আৰু অৰ্থনৈতিক অধিকাৰ লাভ কৰা।

কিন্তু আবহমান কালৰ পৰা ভাৰতৰ নাৰী আদৰ্শৰ প্ৰধান লক্ষ্য আছিল পবিত্ৰ জীৱন আৰু সাধু চৰিত্ৰ অৰ্জন কৰা, নীতি ধৰ্ম আৰু কৰ্তব্যত ৰত থকা আৰু সমাজ আৰু দেশৰ সেৱা কৰা"। ( পৃ: । '. ) কোৱা বহুল্য যে বৰ্মনদেৱে পশ্চিমীয়া নাৰী জাগৰণৰ আদৰ্শৰ বিৰোধিতা কৰা নাছিল। তেখেতে কেৱল এই আদৰ্শৰ লগতে 'দয়া, ক্ষমা, ধৈৰ্য্য, সেৱা, সহানুভূতি, স্বাৰ্থত্যাগ' প্ৰভৃতি পৰম্পৰাগত নাৰীসুলভ গুণৰ সংৰক্ষণ তথা বিকাশ বিচাৰিছিল। ( পৃ: ॥ '. )

আত্মত্যাগ, আত্মপ্ৰত্যয়, সাহস, বুদ্ধি, সহিষ্ণুতা, কৰ্তব্যনিষ্ঠা, সমাজ-সেৱা, দেশপ্ৰেম, পতিভক্তি— নাৰী-ব্যক্তিত্বৰ এই বিবিধ দিশক প্ৰতি-ফলিত কৰিছে 'নাৰী ৰত্ন'ত সংকলিত চমু জীৱনীসমূহে। হিন্দুৰ প্ৰাচীন আদৰ্শৰ প্ৰতি বৰ্মনদেৱৰ অনুৰাগ স্পষ্ট। কস্তুৰবাক প্ৰশংসা কৰি তেখেতে লিখিছে: 'স্বামীৰ প্ৰতি তেওঁৰ নীৰৱ নিঃস্বাৰ্থ ভক্তি আৰু স্বামীৰ উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি গভীৰ নিষ্ঠাৰ কথা ভাবিলে হিন্দুৰ প্ৰাচীন যুগৰ সতী সকলৈহে মনত পৰে।" ( পৃ: ২৪২ ) লক্ষনীয় কথা যে 'নীৰৱ নিঃস্বাৰ্থ ভক্তি'ৰ নামত স্বামীৰ স্বাৰ্থপৰ আৰু নিষ্ঠুৰ আচৰণ সহ্য নকৰি স্বামী-গৃহ ত্যাগ কৰি পৰৱৰ্তীকালত মহিলা চিকিৎসক হিচাপে প্ৰতিষ্ঠিত হোৱা লক্ষ্মীপ্ৰভা বৰাৰ জীৱনীকো বৰ্মনদেৱে 'নাৰী ৰত্ন'ত ঠাই দিছে। এই গৰাকী নাৰী চিকিৎসকৰ তথ্য সমৃদ্ধ জীৱনীৰ শেষ বাক্যটি এই প্ৰসংগত স্মৰ্তব্য: "তেওঁৰ স্বাৱলম্বন, কৰ্তব্য পৰায়ণতা, ধৰ্মপ্ৰাণতা, ত্যাগ আৰু সেৱাৰ আৰ্হি সঁচাকৈয়ে অনুকৰণীয়।" ( পৃ: ৭২ ) 'স্বাৱলম্বন'ৰ আদৰ্শক নাৰীৰ বাবে অনুকৰণীয় আৰ্হি বোলা কথাষাৰে বৰ্মনদেৱৰ আধুনিকতাৰ সাক্ষ্য বহন কৰিছে। অনুকৰণীয় আৰ্হি হিচাপে প্ৰগাঢ় দেশপ্ৰেমৰ পৰিচয় দিয়া কেইবাগৰাকীও মহিলাক আদৰ্শবাদী জীৱনীকাৰ বৰ্মনদেৱে 'নাৰী ৰত্ন'ত ঠাই দিছে। সন্দেহ নাই যে এইসকল দেশপ্ৰেমিক আৰু সাহসী নাৰীৰ জীৱন-কাহিনী প্ৰচাৰ কৰি তেখেতে আজিৰ মহিলা সমাজক উদ্বুদ্ধ কৰিব বিচাৰিছিল এক মহৎ লক্ষ্যৰ পিনে আগুৱাই

যাবলৈ। কনকলতাৰ 'অসীম সাহস আৰু ত্যাগৰ আদর্শ'ৰ প্ৰসঙ্গত বৰ্মনদেৱে লিখিছে : 'তেওঁৰ এই আদৰ্শই নিশ্চয় অসমৰ নৰ-নাৰীক দেশপ্ৰেমৰ প্ৰেৰণা যোগাব।' ( পৃ : ৮২ )। বুজিবলৈ অকণো অসুবিধা নহয় যে এক সুস্থ আৰু শুভ উদ্দেশ্য আগত ৰাখি বৰ্মনদেৱে জীৱনী সমূহ লিখিছিল।

১৯৫২ চনত প্ৰকাশিত কাশীনাথ বৰ্মনদেৱৰ 'অমৰ কাহিনী'তো এই উদ্দেশ্য সচেতনতা বিদ্যমান; অৱশ্যে এই গ্ৰন্থত সৰ্বাধিক গুৰুত্ব দিয়া হৈছে আধ্যাত্মিকতা ভিত্তিক নৈতিকতাৰ ওপৰত। বৰ্তমান পৃথিৱীৰ লোভ-লালসা আৰু আক্ৰোশ-অধৰ্ম দেখি বৰ্মনদেৱ বাৰুকৈয়ে বিৰক্ত হৈছিল। এই কদৰ্য আৰু ক্লেদাক্ত পৰিস্থিতিৰ পৰা উদ্ধাৰ পোৱাৰ উপায় কি? ধৰ্মপৰায়ণ বৰ্মনদেৱে মানুহৰ নৈতিক-আধ্যাত্মিক পুনৰ জাগৰণৰ মাজতেই উদ্ধাৰৰ প্ৰধান উপায় বিচাৰি পাইছিল বুলি অনুমান কৰিব পাৰি। 'অমৰ কাহিনী' এই উপলব্ধিৰেই ফচল। ধৰ্মগুৰু আৰু ধাৰ্মিক পুৰুষৰ জীৱন-কাহিনী প্ৰচাৰ কৰি লৰা-ছোৱালীৰ কোমল মনত নীতি-নিষ্ঠা অংকুৰিত কৰাটোৱেই আছিল অমৰ কাহিনী'ৰ প্ৰধান উদ্দেশ্য। এই উদ্দেশ্যে এখাৰ গৰাকী প্ৰসিদ্ধ ধৰ্ম পুৰুষৰ জীৱনী গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হৈছে। 'অমৰ কাহিনী'ৰ সূচী পত্ৰৰ ওপৰত চকু ফুৰালেই বুজিব পাৰি যে বৰ্মনদেৱ ধৰ্মীয় গোঁড়ামিৰ পৰা মুক্ত আছিল: সকলো ধৰ্মীয় শিক্ষাৰ মাজতেই তেখেতে বিচাৰি পাইছে মহত্ত্ব। অৱশ্যে এঠাইত তেখেতে লিখিছে যে কৃষ্ণই প্ৰচাৰ কৰা 'হিন্দু ধৰ্মৰ দৰে এনে উন্নত, লোকহিতকৰ আৰু সকলোৱে আচৰণ কৰি চলিব পৰা ধৰ্ম পৃথিৱীত আৰু এটাও নাই।' ( পৃ : ১০ )। এই সিদ্ধান্তত স্বভাৱত: স্বধৰ্মপ্ৰীতিৰ অসচেতন প্ৰভাৱ বিদ্যমান।

'অমৰ কাহিনী'ৰ প্ৰতিটো অধ্যায়ৰ শেষত ধৰ্মগুৰুসকলৰ কেইবোৰ বাণী দিয়া হৈছে। লৰা-ছোৱালীয়ে ধৰ্মৰ সাৰমৰ্ম বুজাত যাতে কোনো অসুবিধা নাপায়, তাৰ কথা ভাবিয়েই নিশ্চয় এই বাণীবোৰ বৰ্মনদেৱে সংগ্ৰহ কৰিছিল; কোনো সন্দেহ নাই যে এই বাণী

সংগ্ৰহৰ কেতবোৰ অংশ বেছ উদাৰ আৰু সাৰুৱা। যেনে, নানকৰ এটি বাণীত আমি পাওঁ: 'কাৰ কি জাতি ভগবানে তাৰ খবৰ নকৰে; কোনে কি কৰিলে তাৰহে তেওঁ খবৰ ৰাখে।'। (পৃ: ৭৮)। এই জাতীয় বাণী সংগ্ৰহ কৰি 'অমৰ কাহিনী'ত সন্নিৱিষ্ট কৰাৰ পৰা অনুমান কৰিব পাৰি যে বৰ্মনদেৱৰ সামাজিক দৃষ্টিভংগী আছিল উদাৰ আৰু উন্নত।

কাশীনাথ বৰ্মনদেৱৰ আদৰ্শ ব্যক্তি আছিল গান্ধী। 'অমৰ কাহিনী'ত তেখেতে কৃষ্ণ, বুদ্ধ, মহাবীৰ, যিশু, মহম্মদ আদি ধৰ্মগুৰুৰ লগতে গান্ধীকো স্থান দিছে। এই কথাটোৰ পৰা বুজিব পাৰি গান্ধীৰ প্ৰতি বৰ্মনদেৱৰ শ্ৰদ্ধা কিমান গভীৰ আৰু অটল আছিল (যদিও গান্ধীক প্ৰকৃতাৰ্থত ধৰ্মৰ প্ৰতিষ্ঠাপক বা প্ৰৱৰ্তক বুলিব পাৰি নে নোৱাৰি, সি এক বিতৰ্ক-সাপেক্ষ বিষয়)। ১৯৫০ চনত বৰ্মনদেৱে 'শান্তিদূত' নামৰ গান্ধীৰ এখন জীৱন-চৰিত প্ৰকাশ কৰে। এই চৰিতখনত আমি গান্ধীৰ আধ্যাত্মিক, সামাজিক আৰু ৰাজনৈতিক জীৱনৰ বহুতো কথা পাওঁ। গান্ধীৰ জীৱনৰ কথা কবলৈ যাওঁতে জীৱনীকাৰে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ গান্ধী-প্ৰভাৱিত ধাৰাটোৰ আভাস দিছে থোৰতে। ফলত 'শান্তিদূত' সাধাৰণ জীৱন চৰিত হৈ থকা নাই। ইতিহাসৰ মঞ্চত বিভিন্ন শক্তিৰ যি ঘাত-প্ৰতিঘাত দেখা যায়, তাৰ পটভূমিত গান্ধীক বিচাৰ কৰাৰ এক প্ৰয়াস 'শান্তিদূত'ত বিদ্যমান।

অৱশ্যে মোহমুক্ত ক্ৰিটিক্যাল দৃষ্টিভংগীৰে বৰ্মনদেৱে গান্ধীক বিচাৰ কৰিবলৈ যত্ন কৰা নাই। বহুতো কথা তেখেতে আধ্যাত্মিক দৃষ্টিকোণৰ পৰা ব্যাখ্যা কৰাৰ চেষ্টা দেখা যায়। কেতিয়াবা আনকি তেখেতে গান্ধীৰ মাজত 'অলৌকিক ক্ষমতাৰ মাহাত্ম্য'-ও বিচাৰি পাইছে। (পৃ: ৯৬)। গান্ধীৰ অহিংসা তত্ত্বৰ মাজত যি স্ববিৰোধিতা আছে, তাৰ বিশ্লেষণ নকৰি তেখেতে লিখিছে: 'মহাত্মাৰ চৰিত্ৰ সৰ্বসাধাৰণৰ বুদ্ধিৰ অগম্য।' (পৃ: ঘ)। এই ধৰণৰ সীমাবদ্ধতা থকা সত্বেও আমি

স্বীকাৰ কৰিবই লাগিব যে 'শান্তিদূত' ৰচনা কৰি কাশীনাথ বৰ্মনদেৱে এগৰাকী আদৰ্শনিষ্ঠ ভাৰতীয় জন-নেতাৰ সাধনা, সংগ্ৰাম আৰু সাফল্যৰ ছবি দাঙি ধৰিছিল নিৰ্ভেজাল আন্তৰিকতাৰে।

১৯৮১ চনত কাশীনাথ বৰ্মনদেৱে ৰচনা কৰা অন্য এখন জীৱনী সংকলন গুলায়। 'পুৰুষ-ৰত্ন' নামৰ এই গ্ৰন্থত বহুতো ৰাষ্ট্ৰনায়ক তথা জাতীয় বীৰৰ জীৱন বৃত্তান্ত বিবৃত কৰা হৈছে। 'নাৰী ৰত্ন' ৰ সতে এই গ্ৰন্থৰ এটি পাৰ্থক্য মন কৰিবলগীয়া: 'নাৰী ৰত্ন' ত কেৱল ভাৰতীয় নাৰীৰ জীৱনীহে সন্নিবিষ্ট কৰা হৈছে, "'পুৰুষ ৰত্ন'ত কিন্তু দেশ-বিদেশৰ বহুতো প্ৰসিদ্ধ পুৰুষৰ জীৱনী আছে। তদুপৰি, বৰ্মনদেৱে 'পুৰুষ ৰত্ন'ত নানা মতবাদৰ - আনকি বিপৰীত ধৰ্মী মতবাদৰ - প্ৰৱৰ্তক তথা সমৰ্থকৰ জীৱনীক ঠাই দিছে। সেইগতিকে আমি দেখোঁ যে গান্ধীৰ লগতে কেৱল যে লেনিন-ষ্টালিন, মাও ছে টুঙৰ জীৱনীয়েই নহয়, হিটলাৰ-মুচোলিনিৰ দৰে লোকৰ জীৱনীও সংকলিত কৰা হৈছে। স্বাভাৱিকতে প্ৰশ্ন উঠিব পাৰে: হিটলাৰ-মুচোলিনিক জানো প্ৰকৃত অৰ্থত পুৰুষ ৰত্ন বুলিব পাৰি? সম্ভৱতঃ বৰ্মনদেৱে এই কুখ্যাত নেতা দুগৰাকীৰ কৰ্মোদ্যম, সাংগঠনিক ক্ষমতা, উচ্চাশা ইত্যাদিৰ ওপৰত গুৰুত্ব দিব বিচাৰিছিল।

কাশীনাথ বৰ্মনদেৱে ৰচনা কৰা অন্যান্য জীৱনী গ্ৰন্থৰ দৰে 'পুৰুষ ৰত্ন' তো ব্যাখ্যা-বিশ্লেষণৰ প্ৰয়াস অনুপস্থিত। ধৰ্মান্ধ ডেকাৰ গুলীত গান্ধী নিহত হোৱা প্ৰসংগত তেখেতে লিখিছে: 'ইও ভগৱানৰে লীলা।' (পৃ: ৯০) এনে উক্তিয়ে মনক সান্ত্বনা দিব পাৰে, কিন্তু বাস্তৱৰ স্বৰূপ বুজাত ই কেতিয়াও সহায় নকৰে। উগ্ৰ সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে গান্ধীয়ে যি যুঁজ দিছিল, তাৰ মহত্ত্বৰ ওপৰতো এনে ব্যাখ্যাই কোনো পোহৰ নেপেলায়। এই ধৰণৰ সীমাবদ্ধতাই অৱশ্যে বৰ্মনদেৱৰ 'পুৰুষ ৰত্ন' ৰ গুৰুত্বক ম্লান কৰিছে বুলি ভাবিলে ভুল হ'ব। কিয়নো যি মহৎ উদ্দেশ্য লৈ তেখেতে 'পুৰুষ ৰত্ন' লিখিছিল, তাৰ সামাজিক মূল্য অনস্বীকাৰ্য।

কি আছিল বৰ্মনদেৱৰ সেই মহৎ উদ্দেশ্য? আলোচনাৰ আৰম্ভণিতেই আমি উনুকিয়াই আহিছোঁ যে স্বাধীনতা আন্দোলনে দেশপ্ৰেমিক মানুহক এখন নিকা আৰু নিঃস্বাৰ্থ সমাজ তথা এটা সবল আৰু সচেতন জাতি গঢ় তুলিবলৈ উদ্বুদ্ধ কৰিছিল। কিন্তু এই প্ৰকাৰ গঠনমূলক উদ্দেশ্য ৰূপায়িত কৰিবলৈ কেতবোৰ আৰ্হিৰ প্ৰয়োজন। বৰ্মনদেৱে, তেখেতৰ নিজৰ ধ্যান-ধাৰণাৰ ওপৰত ভৰ দি, দেশ-বিদেশৰ অতীত আৰু বৰ্তমানৰ পৰা এনে কেতবোৰ আৰ্হি বুটলি আনি আমি আলোচনা কৰা চাৰিখন জীৱনী-গ্ৰন্থত সন্নিৱিষ্ট কৰিছিল। এই পিনৰ পৰা চাবলৈ গলে তেখেতে ৰচনা কৰা জীৱনী-সাহিত্য তেখেতৰ গভীৰ সামাজিক দায়ৱদ্ধতাৰেই অভিব্যক্তি। বৃত্তিত শিক্ষক হোৱা হেতুকে বোধহয় বৰ্মনদেৱে লৰা-ছোৱালীৰ কথা মনত ৰাখিয়েই সৰহভাগ জীৱনী লিখিছিল। এইবাবে তেখেতে ব্যৱহাৰ কৰা ভাষা আছিল অত্যন্ত সহজ-সৰল আৰু পোনপটীয়া। ৰচনা শৈলীৰ সৰলতাৰ কাৰণে তেখেতে ৰচনা কৰা সুখপাঠ্য জীৱনী সমূহৰ আবেদন আছিল হৃদয়স্পৰ্শী আৰু স্থায়ী। কোনো সন্দেহ নাই যে এই জীৱনীসমূহে অসমীয়া সাহিত্যৰ ভৰাঁলো কিছু পৰিমাণে চহকী কৰিছিল।



# শিশু পাঠ্যপুথি প্ৰণেতা কাশীনাথ বৰ্মন

মখনচন্দ্ৰ তালুকদাৰ

( ১ )

শিশুৰ মনৰ অনন্ত কৌতূহলৰ লগত সঙ্গতি ৰাখি শিশু উপযোগী পাঠ্যপুথি ৰচনা কৰা দুৰূহ কাম। শিশু পাঠ্যপুথিৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে ইয়াৰ প্ৰকাশভঙ্গী আৰু ভাষাৰ ওপৰত। শিশুৰ প্ৰতিটো স্তৰতে বয়সানুক্ৰমে নতুন নতুন ভাৱগধুৰ শব্দ প্ৰয়োগৰ সুপৰিকল্পিত আঁচনি নাইবা কৌশল প্ৰস্তুত কৰাৰ প্ৰয়োজন। ভাষাৰ মধুৰতা তথা মোহিনী শক্তিয়েহে শিশু মনক পাঠ্যপুথিলৈ আকৰ্ষিত কৰে। কোনো আখ্যান নাইবা কাহিনীৰ বিষয়বস্তুৰ বৰ্ণনা কৰোঁতে স্থান বিশেষে জতুৱা ঠাঁচ নাইবা খণ্ডবাক্য প্ৰয়োগ কৰিলে শৈশৱকালৰ পৰাই জাতীয় জীৱনৰ মাজলৈ শিশুক আকৰ্ষিত কৰিব পাৰি। চিত্ৰবিদ্যা, গীত-নাট, পদ্য কবিতা, জীৱনী-সাহিত্য, ৰম্য-ৰচনা, বৰ্ণনাত্মক ৰচনা আদি ভালেমান বিষয়ৰ ওপৰত ভিত্তি কৰি পাঠ্যপুথি প্ৰস্তুত কৰাৰ বাবে শুদ্ধ জ্ঞান আয়ত্ত কৰিব নোৱাৰিলে আৰু শিশুৰ বয়সৰ স্তৰ অনুযায়ী উক্ত বিষয়সমূহক সহজ সৰল আৰু আকৰ্ষণীয় ৰূপত প্ৰকাশ কৰিব নোৱাৰিলে লেখক কৃতকাৰ্য হব নোৱাৰে। পৌৰাণিক কাহিনীৰ পৰা আৰম্ভ কৰি ঐতিহাসিক, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, ভৌগোলিক, প্ৰাকৃতিক বিষয়ৰ উপৰিও বিজ্ঞানৰ বিচিত্ৰ কাহিনী, নতুন-নতুন আৱিষ্কাৰ আৰু সত্য ঘটনাৰ বিৱৰণকে ধৰি সকলো বিষয় সামৰি অপৈণত ছাত্ৰ-ছাত্ৰীসকলৰ মানসিক বিকাশ আৰু অনুসন্ধিৎসা

যোগাই তোলাৰ উদ্দেশ্যে পাঠ্যপুথি ৰচনা কৰা লেখকৰ সংখ্যা খুব বেছি নহয়।

ব্ৰিটিছ যুগত পশ্চিমীয়া শিক্ষা পদ্ধতিৰ আদৰ্শত ভালেমান পঢ়াশালি স্থাপিত হৈছিল। কিন্তু ছাত্ৰ-ছাত্ৰীৰ হাতত তুলি দিবলৈ উপযুক্ত অসমীয়া পাঠ্যপুথি নাছিল। এনে পুথি ৰচনা কৰিবলৈ আহিছিল পোনতে খ্ৰিষ্টান মিছনেৰীসকল। পিছলৈ তেওঁলোকৰ আদৰ্শত আনন্দৰাম ঢেকিয়াল ফুকনে 'লৰাৰ মিত্ৰ' ২য় আৰু ৩য় খণ্ড (১৮৪৯), গুণাভিৰাম বৰুৱাই 'ল'ৰাপুথি', হেমচন্দ্ৰ বৰুৱাই আদিপাঠ, পাঠমালা, সাহিত্যপাঠ, অসমীয়া ব্যাকৰণ, অসমীয়া ল'ৰাৰ ব্যাকৰণ, পঢ়াশলীয়া অভিধান, ভোলানাথ দাসে চিন্তা-তৰঙ্গিনী আৰু লম্বোদৰ বৰাই ল'ৰাবোধ পাঠ্যপুথি ৰচনা কৰি ভালেখিনি পাঠ্যপুথিৰ অভাৱ দূৰ কৰিলে। পৰৱৰ্তী কালত পাঠ্যপুথিৰ অভাৱ দূৰীকৰণৰ বাবে চেষ্টা চলোৱাসকলৰ ভিতৰত আমি ল'ব লাগিব পদ্মনাথ গোহাঞিবৰুৱা আৰু পানীন্দ্ৰ গগৈৰ নাম। ১৯২৬ চনৰ অসমৰ প্ৰাথমিক শিক্ষা আইন, ১৯৪৭ চনৰ অসম প্ৰাথমিক শিক্ষা আইন আৰু ১৯৫৪ চনৰ অসম বুনিয়াদী শিক্ষা আইন প্ৰৱৰ্তিত হোৱাত অসমৰ গাওঁ-ভুঁই, নগৰে-চহৰে প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা যথেষ্ট পৰিমাণে বৃদ্ধি পালে। পাঠ্যপুথিৰ অভাৱ দূৰীকৰণাৰ্থে ইতিপূৰ্বে পথ দেখুৱাই যোৱাসকলৰ আদৰ্শ অনুসৰণ কৰি নতুন এচাম অসমপ্ৰেমীক পাঠ্যপুথি প্ৰণেতাই কঁকালত টঙালি বান্ধি আগবাঢ়ি আহিল। সেইসকলৰ ভিতৰত হৰিনাৰায়ণ দত্তবৰুৱাই 'সাহিত্য সোপান', বিষয়চন্দ্ৰ বিশ্বাসীয়ে 'শিশুপাঠ', কাশীনাথ বৰ্মনে 'অতুলপাঠ' (১৯৩৮), 'অতুল পাঠমালা' (১৯৫২), অতুলচন্দ্ৰ হাজৰিকাই 'সোণালী পাঠ' ৰচনা কৰে। ইয়াৰ উপৰিও পৰৱৰ্তীকালত ভালেমান শিক্ষাবিদে শিশুসকলৰ উপযোগী অনেক বিষয়ৰ পাঠ্যপুথি ৰচনা কৰিছে।

( ২ )

আমাৰ আলোচ্য বিষয় হৈছে কাশীনাথ বৰ্মনৰ পাঠ্যপুথি

'অতুল পাঠমালা'। ১৯৩৯ চনৰ পুথি বছা কমিটিয়ে প্ৰথম শ্ৰেণীৰ কাৰণে মঞ্জুৰ কৰা 'অতুল পাঠ' প্ৰথম ভাগত লেখক বৰ্মনদেৱে নিজেই পাতনিত লিখি গৈছে, "গোটেই জীৱন শিক্ষাবিভাগত কাম কৰি সৰু সৰু ল'ৰাৰ জ্ঞান আৰু প্ৰকৃতিৰ যি অভিজ্ঞতা অৰ্জন কৰা হৈছে, তালৈ লক্ষ্য ৰাখি পাঠবোৰ তদনুৰূপ কৰিবলৈ যত্ন কৰা হৈছে।" শিক্ষকতাৰ মাজেদি লাভ কৰা অভিজ্ঞতাৰ সংযোগে পাঠ্যপুথি কেইখনক বিদ্যালয়ৰ পাঠ্যপুথি হিচাপে জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম কৰি তুলিছিল। ১৯৩৮ চনৰ পৰা ১৯৭০ চনমানলৈকে একাদিক্ৰমে প্ৰাথমিক বিদ্যালয়ৰ পাঠ্যপুথি হিচাপে চলা আন কোনো অসমীয়া পাঠ্যপুথি ৰচকৰ নাম পাবলৈ নাই। বৰ্মনদেৱৰ 'অতুল পাঠ'ৰ জনপ্ৰিয়তা ইমান বেছি বৃদ্ধি পাইছিল যে সেই সময়ৰ মিকিৰ পাহাৰৰ স্কুল সমূহৰ চাব ইন্সপেক্টৰ ছেমছনসিং ইংতি ডাঙৰীয়াৰ হতুৱাই 'মিকিৰ ভাষা' লৈ অনুবাদ কৰাই প্ৰাথমিক বিদ্যালয় সমূহত মিকিৰ জনজাতীয় ছাত্ৰ ছাত্ৰীৰ বাবে পাঠ্যপুথি হিচাপে চলাইছিল।

কাশীনাথ বৰ্মনদেৱে 'অতুল পাঠমালা' নামেৰে ৰচনা কৰা শ্ৰেণী পাঠ্যপুথি কেইখনক পোনতে 'অতুল পাঠ' নামেৰে নামকৰণ কৰিছিল। 'অতুল পাঠ' নামেৰে প্ৰথম, দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ পাঠ্যপুথি হিচাপে ১৯৩৮ চনৰ পৰা ১৯৫১ চনলৈ চলি আছিল। কিন্তু ১৯৫২ চনত অসমৰ শিক্ষাবিভাগৰ ডাইৰেক্টৰ মহোদয়ৰ দ্বাৰা ক-মান খ-মান শ্ৰেণীৰ পৰা আৰম্ভ কৰি প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ আৰু পঞ্চম শ্ৰেণীলৈকে মনোনীত হোৱাত বৰ্মনদেৱে 'অতুল পাঠ' নামটোৰ পৰিৱৰ্তন কৰি 'অতুল পাঠমালা' কৰে। 'অতুল পাঠ' প্ৰকাশ কৰিছিল গুৱাহাটীৰ বৰুৱা এজেন্সীয়ে। 'অতুল পাঠমালা'ৰ প্ৰকাশক আছিল ইংলণ্ডৰ বিখ্যাত মেকমিলান এণ্ড কোম্পানী লিমিটেডৰ কলিকতাৰ ২৯৪ নং বৌবাজাৰ ষ্ট্ৰীটত থকা ভাৰতীয় শাখাটো। ক-মান শ্ৰেণীৰ পৰা আৰম্ভ কৰি পঞ্চম শ্ৰেণীলৈকে আটাইকেইখন পাঠ্যপুথি অত্যন্ত আটক-ধুনীয়া আছিল। পাঠৰ লগত সংলগ্ন কৰি দিয়া জীৱ-জন্তু, চৰাই-

চিৰিকতি, মাছ-কাছ, গাড়ী-মটৰ আদিৰ চিত্ৰবোৰ ইমান আকৰ্ষণীয় আৰু উজ্জ্বল আছিল যে পাতবোৰ লুটিয়াই চালে সেইবোৰ আজিহে যেন অঙ্কিত কৰিছে —এনে অনুভৱ হয়।

ক-মান শ্ৰেণীৰ পৰা আৰম্ভ কৰি পঞ্চম শ্ৰেণীলৈ ৰচনা কৰা 'অতুল পাঠমালা'ৰ পাঠসমূহ বিশ্লেষণ কৰি চালে কাশীনাথ বৰ্মনদেৱক কবি, গীতিকাৰ, গল্পকাৰ, জীৱনীকাৰ, প্ৰবন্ধকাৰ, শিশুমনোবিজ্ঞানী আদি বহুমুখী প্ৰতিভাৰ অধিকাৰী এজন আদৰ্শ শিশু-সাহিত্যিক হিচাপে পোৱা যায়। শিশু সকলৰ মানসিক স্তৰৰ লগত সঙ্গতি ৰক্ষা কৰি পাঠসমূহৰ বিষয়বস্তু লেখকে এনেদৰে নিৰ্বাচন কৰিছে যাতে পাঠ অধ্যয়ন কৰিলে মানসিক উৎকৰ্ষ সাধন হোৱাৰ লগতে ছাত্ৰ ছাত্ৰীৰ অনুসন্ধিৎসা বৃদ্ধি পায়।

ক-মান শ্ৰেণীৰ বাবে প্ৰস্তুত কৰা পাঠত লেখকে মাতৃভাষাত ব্যৱহাৰ হোৱা স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণৰ আখৰবোৰ ক্ৰম অনুসাৰে চিত্ৰৰ সহায়ত শিশু ছাত্ৰ-ছাত্ৰী সকলক পৰিচয় কৰাই দিবলৈ কৌশল গ্ৰহণ কৰিছে। লগতে ঘৰুৱা জীৱনত ব্যৱহাৰ কৰা ঘটি, বাটি, কাঁহী আদি কিছুমান বস্তুৰ নাম, প্ৰকৃতিৰ জীৱজন্তু, চৰাই-চিৰিকতি, গছ, ফল, মাছ আদিৰ নামবোৰৰ লগতো শিশুক পৰিচয় ঘটাবলৈ সেইবোৰ পাঠত সন্নিবিষ্ট কৰিছে। শিশুৰ উৰণীয়া মনক আনন্দ দিবলৈ 'জোনবাই' নামৰ এটি পদ্য শেষ পাঠটোত দিছে। খ মান শ্ৰেণীৰ বাবে ৰচনা কৰা পাঠ্যপুথিখনত শিশুসকলক যুক্তাক্ষৰবোৰৰ সংযোগ সম্বন্ধে তন্ন-তন্নকৈ দেখুৱাই দিছে। মানুহৰ নাম, বাৰৰ নাম, তিথি, ঋতু, ৰস, দিক আৰু ৰাশি সম্বন্ধেও শিশুসকলক আভাস দিব বিচাৰিছে। পবিত্ৰ শিশুৰ অন্তৰত ভগৱৎ ভক্তিৰ বীজ ৰোপণ কৰাৰ উদ্দেশ্যে 'প্ৰাৰ্থনা' নামৰ এটি সুন্দৰ পদ্য পাঠত দিছে। 'জাতীয় সঙ্গীত' নামৰ গীতটোৰে পাঠৰ সামৰণি মাৰিছে। শিশু অৱস্থাৰ পৰাই হাতৰ আখৰৰ প্ৰতি যত্ন নললে ডাঙৰত যত্ন ললেও ভাল আখৰ লিখিব

নোৱাৰি। গতিকে প্ৰতিটো পাঠৰ শেষত আখৰ লিখিবলৈ একোটা সুন্দৰ বাক্য তেখেতে দি গৈছে।

প্ৰথম শ্ৰেণীৰ বাবে প্ৰস্তুত কৰা অতুল পাঠমালাত অসমৰ নদ-নদী, পৰ্বত-ভৈয়াম, হাবি-বননিত বাসকৰা যাঁড়, ম'হ, কুকুৰ-শিয়াল, সিংহ-নিগনি, কাছ-শগুণ, ঘোঁৰা-কুকুৰ আদি জীৱ-জন্তু সমূহক লৈ একোটা মনে সজা কাহিনী সৃষ্টি কৰি বৰ্মনদেৱে শিশুসকলৰ মনত কৌতূহল বৃদ্ধি কৰিবলৈ যত্ন কৰিছে। শিশু অৱস্থাৰ পৰাই জীৱ জন্তু সমূহৰ প্ৰকৃতি, ধৰণ-কৰণ, খাদ্য সম্পৰ্কে শিশু সকলক পৰিচয় কৰি দিবলৈ আৰু জীৱ-জন্তু সমূহৰ লগত শিশুমনৰ আত্মীয়তা গঢ়ি তুলিবলৈ ভালেমান জীৱ জন্তুৰ কাহিনী তেখেতে পাঠত সন্নিৱিষ্ট কৰিছে। শিশুৰ চৰিত্ৰ গঠনত মহৎলোকৰ জীৱনীয়ে বিশেষভাৱে সহায় কৰে। গতিকে প্ৰথম ভাগতে লেখকে মাণিক চন্দ্ৰ বৰুৱা, দেশভক্ত ফুকন, মহামতি গোখলে আৰু লাচিত বৰফুকনৰ দেশপ্ৰেমৰ চানেকি চমুকৈ দাঙি ধৰিছে।

অসম কৃষি প্ৰধান ৰাজ্য। কৃষিৰ ওপৰতেই সৰহভাগ মানুহে জীৱন নিৰ্বাহ কৰে। গতিকে লেখকে শিশুসকলক কৃষি সম্পৰ্কে প্ৰাথমিক জ্ঞান দিয়াৰ উদ্দেশ্যে মৰাপাট, কপাহ আদিৰ খেতি কেনেকৈ কৰিব লাগে, নাৰিকল, কলগছ আৰু অন্যান্য গছপুলি কিদৰে ৰোপণ কৰিব লাগে তাৰ চমু আভাস দিছে। 'ডাক-ভণিতা' নামৰ এটি পদ্য নিজে ৰচনা কৰি শিশুসকলক ডাক মহাপুৰুষৰ 'নীতি-বচন'ৰ সোৱাদ দিছে। 'ৰাতিপুৱা' নামৰ আন এটি পদ্য ৰচনা কৰি পাঠত তালিকাভুক্ত কৰিছে। পদ্যটোত মাত্ৰ চাৰিটা পংক্তিতে ৰাতিপুৱাৰ মনোৰম প্ৰকৃতিৰ এখনি নিখুঁত ছবি দাঙি ধৰিবলৈ সক্ষম হৈছে। 'লাহুতী পখিলা' নামৰ আন এটি পদ্যত পখিলা আৰু ফুলৰ হিয়াৰ অহৈতুকী মিলনৰ ছবিখনে শিশুমনক আকৰ্ষিত কৰাকৈ অঙ্কণ কৰিছে। পাঠ্যপুথিখনত শিশুমনৰ কল্পনাত নতুন ৰহণ সানিবলৈ মিত্ৰদেৱ মহন্তৰ 'জনমভূমি', আনন্দচন্দ্ৰ আগৰৱালাৰ 'কাম আৰু ধেমালি' বিষ্ণুচন্দ্ৰ

বিশ্বাসীৰ 'নিগনি সভা', আনন্দচন্দ্ৰ আগৰৱালাৰ 'মৰমৰ আই', অতুলচন্দ্ৰ হাজৰিকাৰ 'মৌপিয়া' নামৰ চাৰিটা পদ্য অন্তৰ্ভুক্ত কৰি লেখকে পাঠ্যপুথিখনৰ সৌন্দৰ্য আৰু আকৰ্ষণ বৃদ্ধি কৰিছে।

চিনাকি পৰিৱেশৰ সাধুকথাই শিশুমনক বৰকৈ আকৰ্ষণ কৰে। সেইবাবে পাঠ্যপুথিসমূহত নিপুণ লেখকে শিশুৰ মনোৰঞ্জনৰ উদ্দেশ্যে 'সাধুকথা' বা 'নীতিকথা' পাঠত সন্নিবিষ্ট কৰে। যিকোনো এটা সাধুকথা শুনা বা পঢ়াৰ পাছত নিজে চিন্তা কৰি সিদ্ধান্তত উপনীত হ'ব পৰা শিশুৱে ভৱিষ্যত জীৱনৰ ঘাত-প্ৰতিঘাতৰ সন্মুখীন হোৱাৰ বাবে নিজকে সাজু কৰিব পাৰে। 'অতুল পাঠমালা' দ্বিতীয় ভাগত কাশীনাথ বৰ্মনদেৱে শিশুৰ অন্তৰত ভগৱৎ প্ৰীতিৰ ভাব উদ্ৰেক কৰিবলৈ 'প্ৰাৰ্থনা' নামৰ পদ্য এটি আৰু জন্মদাত্ৰী মাতৃৰ প্ৰতি অচলা ভক্তিৰ ভাব সুদৃঢ় কৰি তুলিবলৈ 'মাতৃভক্তি' নামৰ আন এটি স্বৰচিত পদ্য পাঠত দিছে। শৈশৱ কালৰপৰাই আত্মকেন্দ্ৰিকতাৰ পৰিৱৰ্তে যাতে শিশুৱে আত্মত্যাগৰ আদৰ্শ গ্ৰহণ কৰাৰ শিক্ষা লাভ কৰিব পাৰে, তাৰ বাবে 'পৰোপকাৰ' নামৰ পদ্য এটিও পাঠত অন্তৰ্ভুক্ত কৰা হৈছে। তিনিওটা পদ্যৰ ভাষা সহজ সৰল আৰু অনাড়ম্বৰ। সুৰ লগাই মুখস্থ কৰিব পৰা পদ জাতীয় ভাষাৰ ব্যৱহাৰে পদ্যকেইটাক আকৰ্ষণীয় কৰি তুলিছে। পাঠ্যপুথিখনৰ প্ৰতি শিশুসকলৰ অনুৰাগ বৃদ্ধি কৰিবলৈ লীলা গগৈৰ 'খৰা শিয়ালৰ বিয়া', ভৈৰৱ চন্দ্ৰ খাটনিয়াৰৰ 'সৰু ল'ৰা আৰু সৰু পখী', আনন্দ চন্দ্ৰ আগৰৱালাৰ 'আমাৰ গাওঁ' আৰু বিষয়-চন্দ্ৰ বিশ্বাসীৰ 'বামুণী আৰু নেউল' নামৰ পদ্য চাৰিটা পাঠ্যপুথিখনত তেখেতে সন্নিবিষ্ট কৰিছে। গদ্যভাগত হজৰত মহম্মদ, বুদ্ধদেৱ, মহাত্মা গান্ধী, লক্ষ্মীনাথ বেজবৰুৱা, কস্তুৰবাৰ মাতৃ-স্নেহ আৰু দেশপ্ৰীতি, আনন্দৰাম ঢেকিয়াল ফুকন আদি মহৎ লোকৰ চমু জীৱনী লেখকে দাঙি ধৰিছে। শিশুসকলৰ অনুসন্ধিৎসা বৃদ্ধি কৰিবলৈ এই ভাগত পৃথিৱীৰ আচৰিত বস্তু 'তাজমহল' আৰু 'পিৰামিড'ৰ চমু আভাস দিয়া হৈছে। নাটকীয় কথা-বতৰাই শিশুসকলক বৰকৈ আকৰ্ষণ কৰে। সেইবাবে 'লাচিত

মেলা' আৰু 'বৰভুঁইকঁপৰ কথা' নামৰ 'কথোপকথন'ৰ দুটা পাঠ অন্তৰ্ভুক্ত কৰিছে। ইয়াৰ উপৰিও নৈতিক চৰিত্ৰ গঠনৰ উপযোগী কেইটামান সাধুকথা আৰু বিবিধ বিষয়ৰ কেইটামান কাহিনীও পাঠভুক্ত কৰা হৈছে।

অতুল পাঠমালা তৃতীয়ভাগত বৰ্মনদেৱে 'অসমী আই', 'প্ৰাৰ্থনা', 'কৰ্ত্তব্য-বোধ', 'মৌমাখি আৰু বৰল', 'ভাৰতবৰ্ষ' নামৰ ছয়টা স্বৰচিত পদ্য দিছে। 'অসমী আই' নামৰ পদ্যটোত অসমত বাস কৰা হিন্দু-মুছলমান, খ্ৰিষ্টান-জৈন, গাৰো-নগা, খাচিয়া সকলো জাতি-উপজাতিক একাগোট হৈ হিংসা-খিয়াল পৰিহাৰ কৰি দেশৰ হিত সাধনৰ নিমিত্তে জীৱন পণ কৰিবলৈ আহ্বান জনাইছে :

"দেশৰ কাৰণে নিজক বিলোৱা
সাৰ্থক জীৱন ভাই,
জনমভূমিৰ সেৱাৰ সমান
ধৰম কৰম নাই"।

সেইদৰে বাকীকেইটা পদ্যৰ মাজেদিও লেখকে শিশুৰ অন্তৰত মানৱপ্ৰেম আৰু নৈতিক আদৰ্শৰ ছবি দাঙি ধৰিবলৈ সক্ষম হৈছে। এইভাগতো লেখকে ৰঘুনাথ চৌধাৰীৰ 'অহঙ্কাৰ', কিৰণচন্দ্ৰ শৰ্মাৰ 'জন্মভূমি', আনন্দ চন্দ্ৰ আগৰৱালাৰ 'যত্ন কৰিলে ৰত্ন পায়', দুৰ্গেশ্বৰ শৰ্মাৰ 'দুখকাৰী', ললিত চন্দ্ৰ বৰাৰ 'গাওঁখনি মোৰ' নামৰ পদ্য পাঁচোটা অন্তৰ্ভুক্ত কৰিছে। আটাইকেইটা পদ্যই শিশুসকলৰ কল্পনা প্ৰৱণতা বৃদ্ধি কৰাত সহায় কৰিছে। গদ্যৰ ভাগত লেখকে 'পোন্ধৰ আগষ্ট', 'ৰংপুৰ ভ্ৰমণ' আৰু 'চাফাই' নামৰ তিনিটা কথোপকথনৰ পাঠ সংযোগ কৰি শিশুসকলৰ অন্তৰত সৃষ্টি হোৱা কৌতূহল দূৰ কৰিবলৈ আৰু ব্যাপক পৰিসৰৰ মাজলৈ শিশুসকলক আগুৱাই নিবলৈ চেষ্টা কৰিছে। পাঠসমূহত লেখকে ব্যৱহাৰ কৰা শব্দসমূহ ক্ৰমান্বয়ে চিনাকিৰ পৰা অচিনাকি, সহজৰ পৰা জটিল শব্দলৈ আগবঢ়াই নিবলৈ চেষ্টা অব্যাহত ৰাখিছে। 'ৰেলগাড়ী', 'মটৰগাড়ী', 'বাইচাইকেল', আদিৰ

প্ৰচলন হোৱাৰ গুৰিকথাৰ আভাস দিয়াৰ উপৰিও হাতী, গঁড়, জীৱ-জন্তুৰ প্ৰকৃতি সম্বন্ধেও শিশুক জ্ঞান দিব বিচাৰিছে। মহাভাৰতৰ বিষয়বস্তুৰ ভিত্তিত কেইটামান গল্প প্ৰস্তুত কৰি লেখকে শিশুসকলক নৈতিক জ্ঞান দিবলৈ যত্ন কৰিছে।

শিশুৰ বয়স বাঢ়ি অহাৰ লগে লগে পাঠ্যপুথিৰ পাঠসমূহৰ নিৰ্বাচনৰ সাল-সলনি কৰিব লাগে। প্ৰতিটো বিষয়ৰ ৰচনাশৈলীৰ ওপৰত প্ৰস্তুতি কৰণ আৰু উপস্থাপনৰ ভিত্তিতে শিশু সাহিত্যৰ গুণাগুণ নিৰ্ভৰ কৰে। শৰীৰৰ বৃদ্ধিৰ বাবে যিদৰে বিভিন্ন পুষ্টিকৰ খাদ্যৰ প্ৰয়োজন, সেইদৰে মানসিক বিকাশৰ বাবেও উচ্চমানবিশিষ্ট পাঠ্যপুথিৰ প্ৰয়োজন কাশীনাথ বৰ্মনদেৱে চতুৰ্থ আৰু পঞ্চম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বয়সৰ প্ৰতি লক্ষ্য কৰি অতুল পাঠমালাৰ ৪ৰ্থ আৰু ৫ম ভাগ প্ৰস্তুত কৰিছে। এই দুয়োটা ভাগতে 'পদ'ৰ ঠাইত 'কবিতা' অন্তৰ্ভুক্ত কৰিছে। ৪ৰ্থ ভাগত তেখেতৰ 'দুই ভাই', 'শৰৎকাল' আৰু 'নিন্দাভয়' নামৰ তিনিটা কবিতা পাঠত দিছে। 'শৰৎকাল' নামৰ কবিতাটি শৰৎ ঋতুৰ মধুৰ বৰ্ণনা। পৰ্বত-ভৈয়ামত বাস কৰা অসম মাতৃৰ সন্তান সকলৰ মাজত সম্প্ৰতি গঢ়ি তোলাৰ উদ্দেশ্যে 'দুই ভাই' আৰু মানৱাত্মাক কিদৰে লাজ, ভয় আৰু সংশয়ে সঙ্কুচিত কৰে, তাৰ ওপৰত গুৰুত্ব আৰোপ কৰি নিন্দা-ভয়' কবিতাটি লেখকে ৰচনা কৰিছে ৫ম ভাগত লেখকৰ দ্বাৰা ৰচিত কোনো কবিতা পাঠ্যপুথিত সন্নিৱিষ্ট কৰা হোৱা নাই। দুয়োটা ভাগতে কেইজনমান বিখ্যাত কবিৰ কবিতা সন্নিবিষ্ট কৰিছে। ৪ৰ্থ ভাগত তৰুণৰাম ফুকনৰ 'ঈশ স্তুতি', দুৰ্গেশ্বৰ শৰ্মাৰ 'পুণ্যৰাজ্য', 'জোনবাই' যতিনাৰায়ণ শৰ্মাৰ 'সবিতা', বিনন্দ চন্দ্ৰ বৰুৱাৰ 'ঈশ্বৰ', 'ৰতাহ' আৰু শ্ৰীৰামচন্দ্ৰ দাসৰ 'বুঢ়াৰ উপদেশ'; সেইদৰে ৫ম ভাগত আনন্দচন্দ্ৰ আগৰৱালাৰ 'জীৱন সঙ্গীত' হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যৰ 'শিশুৰ ঈশ্বৰ কল্পনা', বিনন্দচন্দ্ৰ বৰুৱাৰ 'পৃথিৱী', দুৰ্গেশ্বৰ শৰ্মাৰ 'তোমাৰ পূজা.' নলিনীবালা দেৱীৰ 'পূৰ্ণিমা,' পদ্মধৰ চলিহাৰ 'স্বদেশ প্ৰেম,' কিৰণচন্দ্ৰ শৰ্মাৰ 'ৰামধনু' আৰু তৰুণৰাম ফুকনৰ 'স্তুতি' কবিত

পাঠ্যপুথিত অন্তৰ্ভুক্ত কৰিছে। উল্লিখিত কবিতাসমূহে ছাত্ৰ-ছাত্ৰীৰ অন্তৰত সৌন্দৰ্যবোধ সৃষ্টি কৰাৰ লগতে স্বদেশৰ প্ৰতি অনুৰাগ ঈশ্বৰৰ প্ৰতি প্ৰগাঢ় ভক্তি আৰু নৈসৰ্গিক সৌন্দৰ্যৰ স্পৃহা বৃদ্ধি কৰিবলৈ সক্ষম হৈছে।

৪ৰ্থ আৰু ৫ম ভাগ ৰচনা কৰাৰ ক্ষেত্ৰত লেখকৰ কৃতিত্ব বিশেষকৈ প্ৰকাশ পাইছে গদ্যাংশত। গদ্যাংশৰ ভিতৰত সৰ্বভাৰতীয় সুখ্যাতি লাভ কৰা মহৎলোকৰ চমুজীৱনী, বিভিন্ন বিষয়ৰ গল্প, পুৰাণ-উপপুৰাণৰ সাধু, একতা সময় সজগুণ বিনয় আদি মানবীয় প্ৰমূল্যবোধৰ ওপৰত লিখা প্ৰবন্ধ আৰু আধুনিক বিজ্ঞানে মানৱ কল্যাণৰ বাবে আগবঢ়োৱা 'বোলছবি' 'আকাশী জাহাজ' 'টেলিফোন' 'অনাতাঁৰৰ বাতৰি বা আকাশীবাণী' আদি ৰচনাসমূহ আছে। এইবোৰ লেখকৰ ব্যাপক জ্ঞানৰ পৰিচায়ক।

( ৩ )

কাশীনাথ বৰ্মনে যি সময়ত পঢ়াশলীয়া পাঠ্যপুথি 'অতুল পাঠমালা' ৰচনা কৰিছিল সেই সময়ৰ সামাজিক, ৰাজনৈতিক নাইবা অৰ্থনৈতিক পৰিবেশৰ আজি ভালেখিনি পৰিবৰ্তন ঘটিছে। কল্পনাপ্ৰসূত আবেগ-জানত দিশতকৈ বৰ্তমান সমাজে বিচাৰে বস্তুবাদী আদৰ্শ। আজিৰ সমাজে বস্তুবাদ আৰু নীৰস যান্ত্ৰিক পৰিবেশৰ ওপৰত যিমানেই গুৰুত্ব নিদিয়ক কিয়, মানৱ শিশুৰ চিৰন্তন মানসিক গুণৰাজিৰ বিকাশ সাধনৰ সুপৰিকল্পিত আৰু আদৰ্শগতভাৱে ৰচিত হোৱা অতুল পাঠমালাই শিশুৰ মানসিক, আবেগিক, বৌদ্ধিক আৰু ভাষাৰ বিকাশত অতুলনীয় সম্পদ হিচাপে অসমীয়া পঢ়াশলীয়া পাঠ্যপুথিৰ ইতিহাসত যুগমীয়া স্তম্ভ হৈ জিলিকি থাকিব।

সৰ্বশেষত আমি দুখেৰে এটা কথা প্ৰকাশ কৰিবলৈ বাধ্য হৈছোঁ যে যিজন বৰেণ্য ব্যক্তিয়ে আজীৱন শিক্ষকতা আৰু সাহিত্য সাধনাকেই জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰি পঢ়াশলীয়া পাঠ্যপুথিৰ অভাৱ দূৰ

কৰাৰ উপৰিও অসমীয়া ভাষা সাহিত্যলৈ ভালেমান মূল্যবান গ্ৰন্থ আগবঢ়াই থৈ গ'ল. সেইজন বহুমুখী প্ৰতিভাৰ সুসাহিত্যিকৰ নাম অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জী প্ৰণেতা সকলে উল্লেখ কৰা এতিয়ালৈকে আমাৰ দৃষ্টিগোচৰ হোৱা নাই। সাহিত্যিক গৰাকীৰ প্ৰতি এয়া অন্যায়, অবিচাৰ আৰু অশ্ৰদ্ধা নহয় জানো? আমি আশা ৰাখিছোঁ, কাশীনাথ বৰ্মনৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ হ'বলগীয়া স্মৃতি-গ্ৰন্থই অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত বৰ্মনদেৱক ন্যায্য স্থানত সুপ্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হ'ব।



# শিশু সাহিত্যিক কাশীনাথ বর্মন

মাণিক দাস

( ১ )

কাশীনাথ বর্মনদেৱৰ ৰচনাৰাজিৰ ভিতৰত ভালেমান ৰচনা চেমনীয়াসকলৰ বাবে ৰচা। সেই ৰচনাৱলীলৈ লক্ষ্য কৰিলে তেওঁৰ মাজত থকা শিশু সাহিত্যিকৰ যাৱতীয় গুণাৱলীৰ উমান পোৱা যায়। তাকৰীয়া হলেও শিশু আৰু কিশোৰ সকলৰ বাবে লিখা পুথি কেইখনৰ বাবে তেখেত স্মৰণীয়। চেমনীয়া সকলক তেখেতে সুনাগৰিক হ'বলৈ প্ৰেৰণা যোগাবলৈ সাহিত্যচৰ্চা কৰিছিল। সেয়ে হিতাকাঙ্ক্ষী আৰু আন্তৰিক অনুৰাগৰ ছবি তেওঁৰ পুথিসমূহত প্ৰচ্ছন্ন।

বৰ্মনদেৱৰ শিশুপাঠ্য গ্ৰন্থসমূহৰ ভিতৰত 'অমৰ কাহিনী' উল্লেখনীয়। ১৯৪৯ চনত প্ৰকাশিত এই গ্ৰন্থখনিত সন্নিবিষ্ট হৈছে এবাৰজন বিখ্যাত ধৰ্মপ্ৰাণ মহাপুৰুষৰ চমু জীৱনী। ইয়াৰ পাতনিত তেখেতে লিখিছে - 'কুমলীয়া ল'ৰা ছোৱালী সকলে নৈতিক চৰিত্ৰ গঠন কৰিবলৈ সমাজত উপায়তকৈ অপায় সৰহ। তেনে দিনত এই নিৰ্মল সাধু মহাত্মাসকলৰ পবিত্ৰ চিত্ৰ মোৰ দেশৰ ল'ৰা-ছোৱালীৰ হাতত দিবলৈ পাই মই নিজক ভাগ্যবান বুলি ভাবিছোঁ।" এই ফাকি কথাৰ পৰাই লেখকৰ অন্তৰত থকা শিশু সাহিত্য ৰচনাৰ সৎ উদ্দেশ্যৰ আঁত ধৰিব পাৰি। নৈতিক আদৰ্শৰ সহায়িকা হিচাপে গৌতম বুদ্ধ, যীশুখৃষ্ট, হজৰত মহম্মদ প্ৰমুখো এঘাৰজন মহাপুৰুষৰ জীৱনী চানেকি আগবঢ়াইছিল আলোচ্য 'অমৰ কাহিনী'ত।

১৯৬০ চনত প্ৰকাশিত হয় তেখেতৰ 'পুৰুষ ৰত্ন' নামৰ আন এখন কিশোৰ পাঠ্য গ্ৰন্থ। দুৰ্গেশ্বৰ শৰ্মাই গ্ৰন্থ প্ৰসঙ্গত লিখিছে:

"দেশৰ ভৱিষ্যৎ নাগৰিকসকলে জীৱন চৰিত অধ্যয়ন কৰা শিক্ষাৰ এটা অপৰিহাৰ্য অঙ্গ। বৰ্মনদেৱে দেশৰ বংশধৰসকলক শিক্ষাদান কৰোতে জীৱনৰ সৰহ সময় খৰচ কৰিছে। ছাত্ৰ ছাত্ৰীৰ মঙ্গল সাধনা তেখেতৰ জীৱনৰ ব্ৰত। ছাত্ৰ-ছাত্ৰীৰ উপযোগিতালৈ লক্ষ্য ৰাখি 'পুৰুষ ৰত্ন'ৰ জীৱন চিত্ৰবোৰ পৰিবেশন কৰিছে।"

'পুৰুষ ৰত্ন'ও অমৰ কাহিনীৰ দৰে সংক্ষিপ্ত জীৱনীৰ সংকলন। পিছে দুয়োখনৰ মাজত চৰিত্ৰগত পাৰ্থক্য আছে। প্ৰথমখন ধৰ্মপ্ৰাণ ব্যক্তি সকলৰ অমৰ কাহিনী আৰু দ্বিতীয়খন দেশ-বিদেশৰ ৪১ জন ৰাষ্ট্ৰনায়কৰ জীৱন কাহিনী। 'পুৰুষ ৰত্ন' লিখাৰ মূলতে প্ৰেৰণা আছিল 'নাৰী ৰত্ন' নামৰ পুথিখন। 'নাৰী ৰত্ন' প্ৰকাশ পাইছিল ১৯২১ চনত আৰু তাৰ পাঁচোটা সংস্কৰণ ছপা হৈছিল। এই কিতাপখনৰ সাফল্যই ছাগৈ কাশীনাথ বৰ্মনদেৱক উদ্বুদ্ধ কৰিছিল এইখন পুথি লিখিবলৈ। 'নাৰী ৰত্ন' আছিল নাৰীসকলৰ বাবে লিখা বিভিন্ন যুগৰ মহীয়সী নাৰীসকলৰ জীৱনী সংগ্ৰহ। কিতাপ দুখনক ঠিক শিশুগ্ৰন্থ বুলিব নোৱাৰি যদিও দুয়োখন চেমনীয়া লৰা-ছোৱালীৰ উপযোগী কিতাপ।

১৯৬৪ চনত প্ৰকাশ পায় তেখেতৰ 'দেশ-বিদেশৰ সাধু-সংগ্ৰহ' নামৰ সাধু কথাৰ কিতাপখন। চেমনীয়া সকলক আমোদ দিয়াৰ লগতে প্ৰতিবেশী ৰাজ্য আৰু দেশৰ সাধু কথাৰ পৰম্পৰাৰ লগত চিনাকি কৰি দিয়াৰ মানসেৰে বৰ্মনদেৱে এইখন পুথি লিখে। সংগৃহীত সাধুবোৰ উপদেশমূলক। প্ৰতিটো সাধুৰ মাজত এটি নীতি আছে। সেই নীতিটো সুকৌশলে পাঠকবৰ্গৰ মনত গাঁথি দি লেখকে এক নৈতিক দায়িত্ব পালনৰ চেষ্টা কৰিছে। তেখেতৰ এই প্ৰচেষ্টা শলাগিবলগীয়া।

বৰ্মনৰেৰ আন এখন শিশু গ্ৰন্থ হ'ল 'কথা কলি'। মহৎলোকৰ জীৱনৰ উল্লেখযোগ্য, বিস্ময়কৰ বা আমোদজনক একুৰি পাচঁোটা ঘটনা এই পুথিখনত মনোৰম ভঙ্গিমাৰে ডাঙি ধৰা হৈছে।

উল্লেখিত গ্ৰন্থ সমূহৰ বাহিৰেও কাশীনাথ বৰ্মনদেৱে আৰু দুখনমান কিতাপ লিখিছিল। সেই কেইখন শিশু বা কিশোৰ পাঠকবৰ্গৰ

মুখলৈ চাই লিখা হোৱা নাছিল যদিও সেইবোৰ ডেওঁলোকৰ বাবেও উপযোগী। তেনে এখন গ্ৰন্থ হ'ল 'শান্তিদূত'। এইখনত মহাত্মা-গান্ধীৰ জীৱন কাহিনী সৰল অথচ মনোৰম ভাষাত বৰ্ণনা কৰা হৈছে।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে বৰ্মনদেৱে এলানি পাঠ্য পুথিও লিখিছিল। সেইবোৰ মূলতঃ সাহিত্য গ্ৰন্থ আৰু স্বাধীনতোত্তৰ ভাৰতবৰ্ষত অসমীয়া মাধ্যমৰ প্ৰাথমিক বিদ্যালয় সমূহত মনোনীত পাঠ্যপুথি হিচাপে চলিছিল একেৰাহে প্ৰায় চল্লিশ বছৰ। পাঠ্যপুথি যদিও সেইবোৰৰ সাহিত্য মূল্য অপৰিসীম। আজিৰ দিনতো সেইবোৰ কিতাপ আৰ্হি হোৱাৰ যোগ্য।

॥ ২ ॥

কাশীনাথ বৰ্মনদেৱৰ ৰচনাৱলীৰ ভাষা প্ৰাঞ্জল। বৰ্ণনাভঙ্গী মনোৰম। শিশু সাহিত্যৰ বাবে এই গুণ দুটা জৰুৰী। ভাষাৰ সৰলতা আৰু সৰসতাৰ বাবে বৰ্মনদেৱৰ ৰচনা সমূহ হৈ উঠিছে মনোগ্ৰাহী। কঁহিয়াই চালে তেওঁৰ ভাষাৰ মাধুৰ্য নানাভাবে ধৰা পৰে। দুটামান দৃষ্টান্ত লোৱা যাওক

১। "বাৰিষাৰ কাল। আকাশ ক'লা ডাৱৰে ঢকা। পেন-পেনীয়া ল'ৰাৰ কান্দোনৰ দৰে কিনকিনীয়া বৰষুণ পৰিয়েই আছে। এচেৰেঙা ৰ'দৰ মুখ দেখিবলৈ নাই।

এনে জাগলত সৰু সৰু কুকুৰা পোৱালি কেইটামানে বৰষুণত তিতি বুৰি সিহঁতৰ মাকক কৈছে— "আই, বেলিটো আকাশত নোলাই কিয়? ৰ'দ এফেৰা নাই। জাৰত কঁপিছোঁ। তাক ধৰি আনিব লাগে।" ("দেশ-বিদেশৰ সাধু-সংগ্ৰহ'ৰ অন্তৰ্গত 'বেলিৰ ঘৰ বিচাৰি'— পৃঃ ১৬)

২। "এইদৰে গুৰু গোবিন্দ সিংহই ভেৰাৰ দৰে শান্ত আৰু ভয়াতুৰ শিখ জাতিক সিংহৰ দৰে সাহসী আৰু বলী কৰি তুলিছিল। একে সাজ, একে প্ৰতিজ্ঞা আৰু একে নিয়ম মানি চলাৰ ফলত সকলো শিখকে একে দেখি। এতিয়াও চুলি, ডাঢ়ি, গোঁফ আৰু

মুৰৰ পাগুৰীৰে সৈতে এজন শিখক দেখিলে মনত সাহস আৰু সম্ভ্ৰমৰ ভাৱ হয়।”

( গুৰু গোবিন্দ সিংহ : 'পুৰুষ ৰত্ন', পৃ ৫৩ )

৩। “আৰব দেশ মৰুভূমি। তাৰ মানুহবোৰৰ প্ৰকৃতি স্বভাবতে অতি কৰ্কশ। সিহঁতে অলপ কথাতে কাজিয়া কৰিছিল, ইজনে সিজনৰ বস্তু লুটি নিছিল, কেৱে কাকো বিশ্বাস নকৰিছিল। বলীয়ে নিৰ্বলৰ ওপৰত অত্যাচাৰ কৰিছিল। মানুহবোৰৰ মাজত দল-খেল অনেক আছিল আৰু কোনো দলৰে সম্ভাৱ নাছিল। ”

( হজৰত মহম্মদ ( দঃ ) : 'অমৰ কাহিনী' পৃঃ ৫৭ )

উল্লিখিত উদাহৰণসমূহলৈ মন কৰিলে দেখা যায়। তেওঁৰ ভাষা এফালে যেনেকৈ গম্ভীৰ, আনফালে তেনেকৈ ৰসসিক্ত। পাঠকে পঢ়ি আমনি নাপায়, বৰং পঢ়ি শেষ কৰিব নোৱাৰিলে অস্বস্তি অনুভৱ কৰে। শিশু সাহিত্যৰ অভাৱৰ দিনত শিশু সকলৰ ভৱিষ্যতৰ কথা চিন্তা কৰি সৎ-গ্ৰন্থ ৰচনা কৰি শিশু সকলৰ অনুপ্ৰাণিত কৰাৰ মানসেৰে শিশু উপযোগী ভাষা ব্যৱহাৰ কৰি সাহিত্য ৰচনাৰ তেখেতৰ এই প্ৰয়াসে আজিৰ দিনতো আমাক বিস্মিত আৰু শ্ৰদ্ধান্বিত কৰি তোলে।

( ৩ )

এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে কাশীনাথ বৰ্মনে শিশু উপযোগী কিছু পদ্যও ৰচনা কৰিছিল। তেওঁৰ পাঠ্যপুথি 'অতুল পাঠমালা'ত সন্নিবিষ্ট কৰাৰ উদ্দেশ্যেই তেওঁ সৰহভাগ পদ্য লিখিছিল যদিও, ছন্দ আৰু বিষয়-বস্তুৰ ফালৰ পৰা সেইবোৰ প্ৰশংসনীয়। তেওঁৰ দুটামান পদ্যৰ ছন্দ মন কৰিবলগীয়া :

কৰিব নোৱাৰোঁ কাজ,
লাগে ভয়, লাগে, লাজ,
সংশয়ে আগচি ধৰে,
জানো লোকে নিন্দা কৰে!

( নিন্দা ভয় )

কৃষ্ণভক্ত শ্ৰীশংকৰ। ধৰ্মে কৰ্মে মতি বৰ ॥
ধীৰজ্ঞানী মহাসন্ত। শক্তিমান বলৱন্ত ॥
(শ্ৰীমন্ত শংকৰ)

বিষয় বস্তুৰ ফালৰ পৰাও বৰ্মনদেৱৰ পদ্যাৱলী বিচিত্ৰ। 'ৰাতিপুৱা,' 'শৰৎ কাল' আদি প্ৰকৃতিৰ বৰ্ণনাৰ পৰা আৰম্ভ কৰি 'কৰ্তব্যবোধ', 'পৰোপকাৰ' আদি শিশুৱে শিকিবলগীয়া গুণৰ বৰ্ণনালৈকে তেখেতৰ পদ্যসমূহত বিভিন্ন বিষয় বৰ্ণিত হৈছে। 'অসমী আই', 'ভাৰতবৰ্ষ' আদি কবিতাত দেশাত্মবোধ প্ৰকাশ পাইছে সুন্দৰৰূপে :

দেশৰ কাৰণে নিজক বিলোৱা
সাৰ্থক জীৱন ভাই,
জনমভূমিৰ সেৱাৰ সমান
ধৰম কৰম নাই। (অসমী আই)

জাতি-জনজাতিৰ সমন্বয়ৰ আদৰ্শ ফুটি উঠিছে তেওঁৰ আন এটি কবিতাত –

আমি ভৈয়ামৰ তুমি পৰ্বতৰ
জনজাতি অসমীয়া :
শঙ্কা দূৰ কৰি উদাৰ ভাৱেৰে
জুৰোৱা মাতৃৰ হিয়া। (দুই ভাই)

'মৌ মাখি আৰু বৰল', চৰা আৰু চৰকী,' আদি পদ্যত প্ৰকাশ পোৱা আদৰ্শসমূহ কেৱল শিশুৰ বাবেই নহয়, ডাঙৰৰ বাবেও উপযোগী আদৰ্শ।

(৯)

কাশীনাথ বৰ্মনে যি সময়ত সাহিত্য চৰ্চা কৰিছিল, সেই সময়ত অসমৰ প্ৰকাশন জগৎ সবল নাছিল। আলোচনীৰ সংখ্যা আছিল আঙুলিৰ মূৰত লেখিব পৰা। ব্যৱসায়ী প্ৰকাশক আছিল তেনেই কম। তদুপৰি শিক্ষিত পাঠক পাঠিকাৰ সংখ্যা আছিল এমুঠিমান। ফলত সেই সময়ত যি সকলে সাহিত্য-চৰ্চা কৰিছিল অন্তৰৰ তাগিদাত, তেওঁলোকে বহুতো প্ৰতিকূলতা ঠেলি আত্মপ্ৰকাশ কৰিব লগাত

পৰিছিল। কাশীনাথ বৰ্মনদেৱো তাৰ ব্যতিক্ৰম নাছিল। শিৱসাগৰ-নাজিৰা হেন ঠাইত থাকি শিক্ষকতা কৰাৰ ফাঁকে ফাঁকে সাহিত্য চৰ্চা কৰি তেওঁ মনৰ সৃষ্টিশীলতাক জীয়াই ৰাখিছিল। জীয়াই ৰাখিছিল শিশু আৰু কিশোৰসকলৰ বাবে থকা দায়িত্ববোধো। যাৰ ফলত তেখেতৰ কাপৰ পৰা ওলাইছিল ভালেকেইখন শিশুপুথি।

বৰ্মনদেৱৰ শিশু সাহিত্যৰ পৰিমাণ তাকৰ। তাকৰ হলেও তেওঁৰ সময়ৰ প্ৰতিকূল পৰিৱেশত থাকি চেমনীয়া সকলৰ বাবে ব্যক্তিগত উদ্যোগত যি কেইখন গ্ৰন্থ লিখি থৈ গৈছে, সেয়া অসমীয়া শিশু সাহিত্যৰ বুৰঞ্জীত অনুল্লেখনীয়া অৱদান হলেও প্ৰানধানযোগ্য। সেয়ে তেখেতৰ ৰচনাৱলীৰ সঠিক মূল্যায়ন হোৱা জৰুৰী।



# গল্পকাৰ কাশীনাথ বৰ্মন

উদয় দত্ত

কাশীনাথ বৰ্মনৰ গল্প-পুথি এখনেই 'গল্পলহৰি'। ১৯৪৯ চনত এইখন প্ৰকাশিত হৈছিল। লেখকে পাতনিত কৈছে যে ইয়াত সন্নিবিষ্ট গল্প ছয়টি প্ৰকাশ কালৰ প্ৰায় পোন্ধৰ বছৰ আগতে লিখা। তেতিয়াহলে গল্প কেইটি ত্ৰিশৰ দশকত অৰ্থাৎ আৱাহন যুগত ৰচিত। স্বাভাৱিকতে গল্পবোৰত সেই সময়ৰ প্ৰভাৱ সুস্পষ্ট।

'জোনাকী' যুগে আমাৰ সাহিত্যত আৰম্ভ কৰা নতুন ভাৱৰ প্ৰবাহ ত্ৰিশৰ দশকত অধিক ত্বৰান্বিত হয়। ইয়াৰ প্ৰধান কাৰণ হৈছে আমাৰ সমাজত ইংৰাজী শিক্ষাৰ প্ৰসাৰ। অতি কম সংখ্যক হ'লেও গাঁও ভূঁইৰ পৰাও কিছু শিক্ষিত লোক ওলায় আৰু তেওঁলোকে সমাজখনক নতুন দৃষ্টিৰে চাবলৈ আৰম্ভ কৰে। স্ত্ৰীশিক্ষাৰ প্ৰতি আগ্ৰহ গাঁৱলৈকে বিয়পে আৰু তাৰ প্ৰভাৱত নাৰীৰ মাজতো একধৰণৰ নতুন জাগৰণৰ সৃষ্টি হয়। এই ক্ষেত্ৰত গান্ধীজীৰ স্বাধীনতা আন্দোলনেও কিছু পৰিমাণে অৰিহণা যোগাইছিল।

বৰ্মনৰ গল্পকেইটিত গাঁৱৰ পৰা আহি আধুনিক শিক্ষা লাভ কৰা আদৰ্শবাদী ব্যক্তি এজনৰ দৃষ্টিৰে নিৰীক্ষণ কৰি অঁকা সমাজৰ কিছুমান ছবি দেখিবলৈ পোৱা যায়। নগৰীয়া জীৱনৰ ছবিৰ তুলনাত স্বাভাৱিকতে গাঁৱলীয়া জীৱনৰ ছবিবোৰ অধিক জীৱন্ত আৰু স্পষ্ট। 'বিধাতাৰ জোৰা' গল্পত জোৰাদি গাঁৱৰ জগত কমাৰৰ পুতেক কমল আৰু নগৰত গৃহ-শিক্ষকতা কৰি পঢ়িবলৈ অহা দুখীয়াৰ ঘৰৰ ল'ৰা

যদুৰ প্ৰতি লেখকৰ সহানুভূতি প্ৰকাশ পাইছে; কিয়নো সিহঁতে নানান আহুকালৰ মাজেৰে শিক্ষা লাভ কৰিবলৈ সমৰ্থ হৈছে। নগৰৰ আঢ্যৱন্ত লোক হৰনাথ বৰুৱাই যদুক অৱজ্ঞা-অপমান কৰিলেও দুখীয়া শিক্ষক বিধু চৌধুৰীয়ে তাক পাৰেমানে সহায় কৰিছে। শিক্ষা লাভৰ আকাংক্ষা আৰু সৎ জীৱনৰ আদৰ্শই দুয়োজনকে সঠিক পথেৰে পৰিচালিত কৰিছে। আনহাতে 'জীয়া-মৰা' গল্পত একে পৰিৱেশৰ পৰা অহা বিধবাৰ সন্তান যাদৱে উচ্চাকাংক্ষাৰ বেদীত নিজৰ আত্ম-মৰ্যাদাক বলি দি পথভ্ৰষ্ট হৈছে আৰু জীৱনৰ সুখ-শান্তি হেৰুৱাইছে। একমাত্ৰ বিলাতলৈ যোৱাৰ আশাত যাদৱে কটন কলেজৰ অধ্যাপক ভূঞাৰ ছোৱালী অনুক বিয়া কৰায়। এই বিয়াত অনুৰো আপত্তি আছিল, আৰু যাদৱেও অনুৰ প্ৰতি কোনো আকৰ্ষণ অনুভৱ কৰা নাছিল। শহুৰেকৰ পৰা বিলাতলৈ যোৱাৰ বাবে সুবিধা নাপাই যাদৱে পত্নীক এৰি থৈ গুচি যায়। যাদৱৰ স্বাৰ্থপৰতা আৰু হৃদয়হীনতাক সমালোচনা কৰি লেখকে শিক্ষাৰ আন এটা দিশৰ প্ৰতি যেন আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে তেওঁ যেন কব খুজিছে—উচ্চ ডিগ্ৰীৰ প্ৰতি অন্ধ মোহ প্ৰকৃত শিক্ষা নহয়।

অনুৰ চৰিত্ৰত সেই সময়ৰ শিক্ষিতা মহিলাৰ স্বাধীনচিতীয়া মনোভাৱৰ আভাস লক্ষ্য কৰিব পাৰি। অৱশ্যে ই খুব স্পষ্ট ৰূপত ফুটি উঠা নাই। তাইৰ মত নাথাকিলেও যাদৱৰ লগত বিয়াত বহিবলৈ তাই অস্বীকাৰ কৰিব পৰা নাই। কিন্তু স্বামীয়ে এৰি গুচি যোৱাত তাই কোনো আক্ষেপ কৰা নাই। বৰং তাই পঢ়ি শুনি আৰু শিক্ষয়িত্ৰী চাকৰি যোগাৰ কৰি নিজকে স্বাৱলম্বী কৰিবলৈ অগ্ৰসৰ হৈছে।

নাৰীৰ এই ৰূপ অধিক শক্তিশালী ৰূপত প্ৰকাশ পাইছে 'যোগমায়াৰ কীৰ্ত্তি' গল্পটোত। জগন্নাথ ডাক্তৰৰ তিৰোতা(?) স্ত্ৰী যোগমায়া সকলো পৰা স্বাধীনমনা আৰু উৎপতীয়া স্বভাৱৰ। লেখকৰ ভাষাত 'যোগমায়াৰ প্ৰকৃতিত পৰাধীনতাৰ ভাৱ নাই। তাই সম্পূৰ্ণ স্বাধীন। তাইকো সকলোৱে মৰম চেনেহ কৰে, বহুতে প্ৰশংসা কৰে; কিন্তু

কেয়ে বিয়া কৰাই জীৱন-সঙ্গিনী কৰিবলৈ সাহস নকৰে। তাৰ বাবে তাইৰ অকণিও দুঃখ-বেজাৰ বা পৰিতাপ নাই। নিজৰ কামতেই তাইৰ আনন্দ, নিজৰ সুখতেই তাই সন্তুষ্ট। আনৰ আদৰ-অভিমান বা বেজাৰ বিৰক্তিলৈ মন কৰিবৰ তাইৰ আহৰি নাই।'

মাক দেউতাকৰ মৃত্যুৰ পিছত ককায়েক ৰসধৰে যোগমায়াক কাৰো-বালৈ উলিয়াই দি নিষ্কণ্টক হ'বলৈ চেষ্টা কৰিলে আৰু তাৰেই ফলস্বৰূপে ছাপন্ন বছৰ বয়সীয়া বিপত্নীক ৰায়বাহাদুৰ বলোৰাম দুৱৰাৰ লগত তাই বিবাহ পাশত সোমাব লগা হ'ল। পিচে যোগমায়া ৰায়বাহাদুৰৰ শোৱনি কোঠাত সোমাল যদিও স্বামীৰ ওপৰত আত্মসমৰ্পণ কৰিবলৈ অস্বীকাৰ কৰিলে। বাহিৰত দুয়ো স্বামী-স্ত্ৰী হিচাবে থাকিল; যোগ-মায়াই স্ত্ৰী হিচাবে আন সকলোবোৰ কৰ্তব্য পালন কৰি গ'ল: গৃহিণীৰ সকলো অধিকাৰ লাভ কৰিলে। ৰায়বাহাদুৰেও অৱশেষত এই সম্পৰ্কটোক স্বাভাৱিক ভাবেই গ্ৰহণ কৰিলে। কিন্তু ৰায়বাহাদুৰৰ স্ত্ৰী হৈ থাকিও যোগমায়াই নিজৰ স্বকীয় ব্যক্তিত্ব সাব্যস্ত কৰিবলৈ আৰম্ভ কৰিলে: নিজৰ আ-অলংকাৰ কংগ্ৰেছক দান দিলে; মহাত্মা গান্ধীৰ অসম ভ্ৰমণৰ সময়ত বিলাতী কাপোৰ পোৰাত আগভাগ ললে। ৰায়বাহাদুৰৰ মৃত্যুৰ পিছত নিজৰ সা-সম্পত্তি দেশৰ বাবে দান কৰি সবৰমতী আশ্ৰমলৈ গ'ল আৰু তাৰ পৰা উভতি আহি দেশৰ কামত আত্মনিয়োগ কৰিলে। যোগমায়াৰ সম্পৰ্কত লেখকৰ মন্তব্য হ'ল, 'অনেক সময়ত দেখা যায় যে, কিছুমান মানুহে নিজৰ স্বাৰ্থপূৰণৰ কাৰণে তিৰোতাৰ হৃদয়-বৃত্তি লৈ খেলা কৰে। তেওঁলোকে এইটো ভাবি নাচায় যে তিৰোতাবো সুখ-দুখৰ অনুভূতি আছে, ভাল বেয়াৰ জ্ঞান আছে আৰু তেওঁলোকৰো ক্ৰিয়াশীল বৃত্তি আছে তেওঁলোকৰ মনৰ বৃত্তিবোৰ এনে নহয় যে তাক গাত লোৱা চাদৰৰ দৰে ইচ্ছামতে ভাঁজ দি লব পাৰি বা মূৰৰ কুটাৰ দৰে হাতেৰে জোকাৰি পেলাব পাৰি।' গল্পটোত নাৰী স্বাধীনতাৰ ধাৰণা বলিষ্ঠ ৰূপত প্ৰকাশ পাইছে।

যোগমায়া আৰু অনু নগৰৰ ছোৱালী আছিল। শিক্ষা দীক্ষাৰ ক্ষেত্ৰত তুলনামূলক ভাবে তেওঁলোকে কিছু সুবিধা পাইছিল। কিন্তু সেই সময়ত গাঁও ভূঁইতো স্ত্ৰী শিক্ষাৰ যে উন্মেষ হৈছিল, তাৰ উমান পোৱা যায় 'বিধাতাৰ জোখা' নামৰ গল্পটোত। মালভোগ মেম্বৰৰ জীয়েক বগুৰে গাঁৱৰ পাঠশালাৰ পৰা এল পি পাচ কৰি নলবাৰীৰ হাকিমৰ উদগনিত ঘৰতে পঢ়ি মাইনৰ পাচ কৰিলে। অকল সেয়ে নহয়; তাই গাঁৱৰ ছোৱালী বিলাকৰ মাজত শিক্ষা বিস্তাৰৰ বাবে চেষ্টা কৰিলে। তাইৰ এনে উদ্যমত গাঁৱৰ পুৰণি চাম মানুহৰ পৰা যথেষ্ট বাধাও পাইছিল। আৰু তাইৰ বিষয়ে মানুহে কুৎসা ৰটনা কৰিছিল। শেষত শিক্ষিত ডেকা কমলৰ লগত তাইৰ বিয়া হ'ল। এই গল্পটোত সেই সময়ৰ গাঁৱলীয়া জীৱনৰ এখন বাস্তৱ ছবি দেখিবলৈ পোৱা যায়। 'অগ্নি-পৰীক্ষা'ত অন্ধ-বিশ্বাস আৰু কু-সংস্কাৰক আক্ৰমণ কৰা হৈছে আৰু নিজৰ যত্নতহে যে জীৱনত উন্নতি কৰিব পাৰি, ঘনশ্যামৰ চৰিত্ৰৰ জৰিয়তে লেখকে তাকেই কব খুজিছে।

'শাসনৰ পৰিণাম' আৰু গৃহ শিক্ষকৰ বিষয় বস্তু প্ৰায় একে। ধনৰ গৌৰৱত নাইবা অপত্য স্নেহত অন্ধ হৈ যিসকল লোকে নিজৰ সন্তানক উপযুক্ত সময়ত উচিত শিক্ষা নিদিয়ে, তেওঁলোকে যে ল'ৰা-ছোৱালীৰ ভৱিষ্যত নষ্ট কৰে, সেই কথাকেই তেওঁ গল্প দুটাত দেখুৱাইছে।

বৰ্মনৰ আটাইকেইটি গল্প কাহিনীপ্ৰধান। গল্প কোৱাৰ ভংগী সৰলৰৈখিক, ভাষা সৰল। প্ৰতিটো গল্পকেই কিছুমান ছেদত ভাগ কৰি কাহিনী আগবঢ়াই নিয়া হৈছে। কাহিনীৰ বিস্তৃতিৰ ফালৰ পৰা গল্পবোৰক ক্ষুদ্ৰ উপন্যাস যেন লাগিলেও প্ৰায়বোৰ গল্পতে এটা নিৰ্দিষ্ট বক্তব্য আছে আৰু তাকেই কেন্দ্ৰ কৰি কাহিনী গঢ়ি উঠিছে। জতুৱা ঠাচঁযুক্ত ভাষাই ঠায়ে ঠায়ে কাব্যিক ৰূপ লৈছে আৰু ভাব-অনুভূতি সাৱলীলভাবে প্ৰকাশ কৰাত লেখক সফল হৈছে।

পুথিখনৰ আৰম্ভণিতে 'গল্পৰ গতি' নামেৰে চুটিগল্পৰ প্ৰকৃতিৰ

বিষয়ে এটি সৰু কবিতা দিয়া হৈছে। কবিতাটো হ'ল:

অলপীয়া শোক গাঁথা
মানব সহজ কথা
গতিশীল সামান্য কাহিনী,
সহস্র ঘটনা বীণ
কালৰ গৰ্ভত লীন
তাৰে এটোপাল চকু পানী।
নাই নীতি উপদেশ
ঘটনাৰ সমাবেশ
ইঙ্গিত-মধুৰ ৰস-বল;
মনত অতৃপ্তি লাগে
শেষ কৰি এনে লাগে
আৰু যেন কিছু বাকী ৰ'ল।

ৰবীন্দ্রনাথে 'বর্ষাযাপন' নামৰ কবিতাত চুটিগল্পৰ ধৰ্ম সম্পৰ্কে তেওঁৰ মত অতি সুন্দৰভাৱে প্ৰকাশ কৰিছিল। তাৰ ক্ষীণ প্ৰতিধ্বনি বৰ্মনৰ এই কবিতাটোত শুনা যায়। সি যিয়েই নহওক, চুটিগল্প সম্পৰ্কত তেওঁৰ ধাৰণাৰ সম্ভেদ কবিতাটোত আছে। যিটো সময়ত বৰ্মনে গল্প লিখিছিল, সেইসময়ত সংযত বাক্‌ ভংগীৰ নিপোটল গল্প খুব বেছি সৃষ্টি হোৱা নাছিল। বৰ্মনৰ গল্পতো আমি সেইটো আশা কৰিব নোৱাৰোঁ। কিন্তু সাৱলীল ভাষাৰে পোনপটীয়াকৈ কোৱা বৰ্মনৰ গল্পকেইটাই নিঃসন্দেহে পাঠকক তৃপ্তি দান কৰিব।



# অভিমত

## (কাশীনাথ বৰ্মনে লিখা কিছুমান কিতাপৰ বিভিন্ন লোকে বিভিন্ন সময়ত আগবঢ়োৱা মতামত)

### নাৰীৰত্ন সম্পৰ্কে

( ১ )

লেখকজন আমাৰ স্কুলৰেই এজন কৃতী ছাত্ৰ। পঢ়া কালতেই এওঁৰ সাহিত্যানুৰাগ প্ৰকাশ পাইছিল; এতিয়া তেওঁৰ কাৰ্যৰ আৰম্ভণ দেখি আমি অতিশয় আনন্দ বোধ কৰিছো।

নাৰী জাতিৰ মাতৃ, ভনী আৰু স্ত্ৰী। নাৰীয়েই জাতি গঠনৰ বেদী বুলিব পাৰি। লিখকে জয়জয়তে জাতিৰ আগত 'নাৰী ৰত্ন'ক দাঙি ধৰাত সি অসমীয়া জাতিৰ গৌৰৱৰ বস্তু হৈ উঠিছে। নাৰী ৰত্নক লিখকে চাৰিটা ভাগত ভাগ কৰিছে—(১) ৰাজপুত বীৰ ৰমণী, (২) মুছলমান বীৰ ৰমণী, ( বঙ্গ ৰমণী আৰু (৪) অসম ৰমণী।

পুথিখনৰ ভাষা শুৱলা আৰু সাৰ্বজনীন হৈছে: ঠাই বুজি দুই চাৰিটা কঠিন শব্দ ব্যৱহাৰ কৰিছে যদিও সেই সেই ঠাইত খাপ খাইছে।

লেখকে চৰিত্ৰবোৰ কম কথাতে ফুটাই তোলাত তেওঁৰ কৃতিত্ব ফুটি উঠিছে। তদুপৰি পুথিখন এনে ৰসাল হৈছে যে এবাৰ পঢ়িলে পুনৰ পঢ়িবলৈ মন যায়। আমি লিখকৰ চেষ্টাৰ শলাগ লৈছো। নাৰী ৰত্নক ছোৱালী স্কুলৰ পাঠ্য নিৰ্দ্দিষ্ট ঠাই দিব পাৰি।

—প্ৰভাত, ত্ৰয়োদশ খণ্ড, তৃতীয় সংখ্যা, ১৯৩০ চন

( ২ )

" নাৰী ৰত্ন " আদৰ্শ নাৰীৰ জীৱন চৰিত। সমুদয় জীৱন-কাহিনী ইয়াত বৰ্ণোৱা হৈছে। কিতাপৰ বিষয় বস্তু ৪টা ভাগত বিভক্ত। প্ৰথম ভাগত পদ্মিনী, সংযুক্তা আদি হিন্দুযুগৰ বীৰ-নাৰীসকলৰ জীৱনী; দ্বিতীয় ভাগত মুছলমান যুগৰ খ্যাতিমতী ৰমণীসকলৰ কাহিনী; তৃতীয় ভাগত বঙ্গদেশৰ আৰু চতুৰ্থ অধ্যায়ত জয়মতী, বেউলা, মূলা গাভৰু আদি সতী নাৰীবৃন্দৰ জীৱন কাহিনী অতি সুন্দৰ ভাৱে প্ৰাঞ্জল ভাষাত বৰ্ণোৱা হৈছে। অল্পই কথাতে মনৰ ভাব প্ৰকাশ কৰিব পৰাটো " নাৰী ৰত্ন "ৰ লেখকৰ বিশেষত্ব। অসমীয়া ভাষাত এনে এখন লৰা ছোৱালীৰ পাঠোপযোগী কিতাপৰ অভাৱ বহুদিনৰ পৰাই অনুভূত হৈ আহিছিল। " নাৰী ৰত্ন " ই সেই অভাৱ বহুদূৰ পূৰণ কৰিলে। এনে কিতাপ আৰু যিমানে প্ৰকাশ হয়, সিমানেই দেশৰ পক্ষে মঙ্গল। আমি " নাৰী ৰত্ন "ৰ বহুল প্ৰচাৰ কামনা কৰিলো। ভাষাগত দোষ আৰু বৰ্ণাশুদ্ধি দুটা এটা থাকিলেও, দ্বিতীয় সংস্কৰণত তাক দূৰ কৰা হব বুলি আশা কৰিব পাৰি।

( আৱাহন— ১য় বছৰ, ২য় সংখ্যা, ১৯৩০ চন )

( ৩ )

এই শ্ৰেণীৰ কিতাপে নিশ্চয় আমাৰ দেশৰ স্ত্ৰীজাগৰণত সহায় কৰিব। কিতাপখনিৰ লিখাৰ ধৰণ সুন্দৰ হৈছে। যিসকল নাৰীৰ কথা লিখা হৈছে, তেওঁলোকৰ চৰিত্ৰ মহিমা সুন্দৰৰূপে প্ৰকাশ পাইছে। স্ত্ৰীচৰিত্ৰৰ অকল এটা দিশ ইয়াত লিখা হোৱা নাই। ইয়াত নাৰীৰ নানা বিষয়ৰ প্ৰতিভাৰ কথা পোৱা যায়। এইবাবে বাছনিও প্ৰশংসনীয়।

কিতাপৰ ভাষা আৰু ব্যাকৰণ সম্পৰ্কীয় দোষ গুণ সম্পৰ্কে বিচাৰ কৰিবৰ মোৰ সাহস নাই আৰু বৰ ইচ্ছাও নাই। কিতাপখনিত

কঠিন শব্দ কিছু পৰিমাণে আছে। এই শব্দবোৰৰ ব্যৱহাৰৰ পৰা ঐতিহাসিক চৰিত্ৰ বোৰৰ গাম্ভীৰ্য ফুটি ওলাইছে বুলিহে মোৰ অনুমান।

লিখাৰ ধৰণ অলপীয়া ঠাইতে লেখকৰ চৰিত্ৰ আলো-চনাৰ সুন্দৰ ক্ষমতা আৰু অসমত এনে ধৰণৰ কিতাপৰ অভাৱ—এই আটাইকেইটা কথাকে বিবেচনা কৰি দয়ালু অসমীয়া ৰাইজে এই কিতাপ খনিক মৰমৰ চকুৰে চাব।

—উমাকান্ত গোস্বামী, অসমৰ প্ৰাক্তন শিক্ষাধিকাৰ ( 'নাৰীৰত্ন'ৰ ভূমিকাৰ পৰা )।

( ২ )

মোৰ শৈশৱ কালত এখন কিতাপে মোক বৰকৈ মোহিত কৰিছিল। সেইখন হৈছে মই তৃতীয় শ্ৰেণীত পঢ়া 'নাৰীৰত্ন' নামৰ কিতাপ এখন। কিতাপখনৰ লেখক আছিল কাশীনাথ বৰ্মন। কিতাপখন বিশ্বৰ কেইবা-গৰাকীও বৰেণ্যা নাৰীৰ জীৱন আৰু তেওঁলোকৰ বিশাল, গভীৰ কৰ্মৰাজিৰ ওপৰত ৰচিত আছিল। এই কিতাপখনেই হয়তো মোৰ মাজত নাৰীবিষয়ক উপলব্ধিৰ প্ৰথম জন্ম দিছিল। মই ইমান অনুভূতি-শীল হৈ পৰিছিলো যে সেই তেতিয়াই মনো যেন কিবা এটা হ'বলৈ বিচাৰিছিলো। মোৰ সৰু আত্মাটোৱে মহান কিবা এটা কৰিবৰ বাবে যেন চটফটাইছিল। আত্মাৰ শান্তিৰ বাবে শেষত মই কাগজ আৰু কলমকে হাতত তুলি ললো।

—ড' নিৰ্মলপ্ৰভা বৰদলৈ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী, ( সমকাল, অক্টোবৰ, ১৯৯১ )

( ৫ )

Another such work . . is Kashinath Barman's Nari-Ratna ( Women Gems. ) This is a collection of fifty one lives of the eminent women of Indian history belonging to

various fields. Some of these are: Lakhmibai, Padmini, Nurjahan, Kasturba Gandhi, Sarojini Naidu, Narayani Hadnique, Rani Phuleswari, Joymati, Sadhani, Kanaklata and Padmavati Devi Phukanani.

The author, in discussing these lives, doesnot try to follow the general requirements of biography. In case of almost all the lives, he doesnot mention the dates of any. Neither does he try to make his subjects lively. As such, these remain simple accounts of lives . . . . ..

—Dr. Anjali Sarma.

( Excerpts from Dr. Sarma's doctoral thesis 'Among the Luminaries of Assam.' Published by Mittal Publications, New Delhi.' )

## ‘ পুৰুষ ৰত্ন ’ সম্পৰ্কে

( ১ )

কাশীনাথ বৰ্মনৰ ‘ পুৰুষ ৰত্ন ’ গ্ৰন্থৰ পাণ্ডুলিপি পাঢ়ি ভালেখিনি কথা শিকিলো। আমাৰ কাৰণে ই পৰম সৌভাগ্যৰ কথা বুলিয়েই ভাবিছোঁ। কোনো অসমীয়া সাহিত্যিকে দেশ-বিদেশৰ ইমানবোৰ ৰাষ্ট্ৰনায়কৰ জীৱন-আলেখ্য একেখন গ্ৰন্থতে লিপিবদ্ধ কৰা দেখা নাই। এই বিষয়ত বৰ্মনদেৱ পথ প্ৰদৰ্শক। মহাপুৰুষৰ জীৱনৰ চানেকিৰে আনেও জীৱন গঢ়িব পাৰে, জীৱনত শিলৰ সাঁকো বান্ধিব পাৰে, সময় বালিত খোজ দিব পাৰে। দেশৰ ভাৱমুক্ত নাগৰিক-সকলে জীৱন চৰিত অধ্যয়ন কৰা শিক্ষাৰ এটা অপৰিহাৰ্য অঙ্গ;

বৰ্মনদেৱে দেশৰ ভৱিষ্যত বংশধৰসকলক শিক্ষাদান কৰোঁতে জীৱনৰ সৰহ সময় খৰচ কৰিছে। ছাত্ৰ-ছাত্ৰীৰ মঙ্গল সাধনা তেখেতৰ জীৱনৰ ব্ৰত। ছাত্ৰ-ছাত্ৰীৰ উপযোগিতালৈ লক্ষ্য ৰাখি তেখেতে পুৰুষ ৰত্নৰ জীৱন চিত্ৰবোৰ পৰিৱেশন কৰিছে। ক'তো অতিৰঞ্জনৰ চেষ্টা নাই। ভাষা সহজ, সৰল আৰু স্বচ্ছ। এই জীৱন চৰিত সমূহে ছাত্ৰ ছাত্ৰীসকলৰ আত্মপ্ৰতিষ্ঠাৰ বাট অনুপ্ৰেৰণাৰ পোহৰেৰে উদ্ভাসিত কৰিব পাৰিব আৰু এইজনা বয়োবৃদ্ধ সাহিত্যসেৱীৰ কঠোৰ পৰিশ্ৰমো সফল হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস।

--ড' ত্ৰৈলোক্যেশ্বৰ শৰ্মা,অসম সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক। ('পুৰুষ ৰত্ন'ৰ 'প্ৰাসঙ্গিক' শিতানৰ পৰা।)

## অমৰ কাহিনী সম্পৰ্কে

(১)

ভগৱান বুদ্ধদেৱ প্ৰমুখ্যে সগাৰতাৰ মহাত্মা গান্ধীলৈকে ১২ জন ধৰ্মপ্ৰাণ মহাপুৰুষৰ সংক্ষিপ্ত জীৱন চৰিত সম্বলিত এই পুথিখন এবাৰ পঢ়ি চাই পৰম তৃপ্তি লাভ কৰিলোঁ। এই গ্ৰন্থ পঢ়িলে নানা ধৰ্মৰ সমন্বয়-ৰূপ ভালকৈ বুজিব পৰা যায়। প্ৰেম আৰু শান্তি যে জগতৰ মূল উদ্দেশ্য - এই মহাপুৰুষসকলৰ জীৱন-কাহিনী আৰু বাণীৰ পৰা সুন্দৰভাৱে প্ৰতিফলিত হৈছে। বৰ্তমান সমগ্ৰ জগত একাঙ্গীভূত হ'বলৈ যত্নবান হৈছে। শান্তি, অহিংসা আৰু সাম্যবাদ হৈছে জগতৰ সভ্যতালৈ ভাৰতৰ যুগ-যুগান্তৰৰ দান। এই মহাপুৰুষ-সকলৰ জীৱন কাহিনী পঢ়িলে ভাৰতৰ চিৰন্তন বাণী দৃঢ়ীভূত হয়। বৰ্মনদেৱৰ গ্ৰন্থখনিৰ পৰা আমাৰ মানুহৰ অন্তৰত শান্তি আৰু মৈত্ৰীৰ অমৃতময় উন্মাদনাৰ সৃষ্টি হ'ব, ই আমাৰ ধ্ৰুৱ বিশ্বাস।

—ড' সূৰ্যকুমাৰ ভূঞা, প্ৰথিতযশা বুৰঞ্জীবিদ। ('অমৰ কাহিনী'ৰ ভূমিকাৰ পৰা।)

Another work, meant for children is Amar Kahini by Kashinath Barman. This is a collection life-sketches of eleven gods, prophets and men viz. Shrikrisna, Zarathustra, Lau Tze, Confucius, Mahavir, Buddhadeva, Jesus, Hazarat Muhammed, Guru Nanak, Sri Ramakrisna and Mahatma Gandhi. The author's choice of the sudjects here too is simplistic — real human beings, prophets and imaginary characters of scriptures, all coming together. He treats all his subjects as incarnations of God, and narrates their life stories in a story-telling manner for children.

— r. Anjali Saima.

(Excerpts from Dr. Sarma's doctoral thesis 'Among the Luminaries of Assam'.)

## শান্তিদূত সম্পৰ্কে

( ১ )

We may now come to Kashinath Barman's Santidut (Messenger of Peace). It is also an account of Mahatma Gandhi. But it is not caused by an emotional occasion like the earlier one. However, this, too, doesnot show Gandhi in any fresh light and is only a short life sketch of Gandhi. The author has given a picture of the freedom movement and the participation of his subjects in it.

Barman describes in brief how Gandhi, after returning from England, couldnot make a good earning out of his legal practice. In the meantime, he had to go to South Africa to plead for a company based in Bombay. The author then shows how in South Africa, the oppression of the Indians by the British compelled him to protest against it. In this way, he gradually came to the grip of the problems of the Indians living in South Africa, and left aside his personal ambitions to fight against the imperialists. However, the narration remains too sketchy. In the same way, Gandhi's participation in India's freedom movement and his leadership in it also remain sketchy.

One good thing about this brief work, however, is that the author shows with emphasis here how Gandhi always informed the British Government in advance what he and his people were going to do. Barman also asserts that Gandhi was also loved and respected by the British people, though he rose against the British Government. The author says that Gandhiji was not only a politician, he was a Mahapurusa. These show how the author was incapable of portraying Gandhi as a man with all his good and bad qualities. He only wants to show his subject as an incarnation of God, thus suggesting that Gandhi was always above

There are few errors, too, in this book. The author doesnot mention that Mahadev Desai, the private secretary to Gandhi, was arrested with Gandhi when they were in Aga khan's Palace. And yet without mentioning it, the author suddenly informs that Mahadev Desai died in Aga Khan's Palace.

The book contains abundant materials to make it a successful biography of the category of Life and Time Account. But the author has failed to make any good use of them. The emphasis on the description of political activties alone makes his subjeet flat. Again in the Foreword, the author says that India is a land of Maha-purusas, and like Krishna, Buddha, Sankaracharya, Gandhi is also on avatara, .. . ... ... .. ... ... thus suggesting that Gandhi was above. others, and thus above criticism. At last in the Appendix the author discusses the peculiarities of Mahatma's character. But as these peculiarities are not put in proper places, the author cannot make his subject natural and distinct .... .... ....

—Anjali Sarma

[Excerpts from Dr. Sarma's doctoral thesis 'Among the Luminaries of Assam']



# বৃহত্তৰ চামতা অঞ্চলৰ চমু আভাস

প্ৰমোদ হালৈ

অসমৰ গ্ৰাম্যাঞ্চলৰ ভিতৰত নলবাৰী জিলাৰ চামতা অঞ্চল এক উল্লেখযোগ্য ঠাই। পশ্চিম নলবাৰীৰ ধৰ্মপুৰ, ক্ষেত্ৰীধৰ্মপুৰ আৰু পকোৱা মৌজাৰ চামতা, আমনি, গামাৰমুৰি, পহলংপাৰা, খাতাৰুপীয়া বাথান, শিমলীয়া, বিহামপুৰ খাৰুশিঠা, ৰূপীয়াবাথান, বেলশৰৰ উত্তৰ অংশ আৰু গন্ধিয়া আদি গাঁওকৈলৈ বৃহত্তৰ চামতা অঞ্চল গঠিত হৈছে। শিক্ষা-সংস্কৃতি, বেপাৰ-বাণিজ্য আদিৰ দিশত চামতা পশ্চিম নলবাৰীৰ কেন্দ্ৰভূমি।

চামতা পশ্চিম নলবাৰীৰ শিক্ষা-সংস্কৃতিৰ দিশত পথ প্ৰদৰ্শক। ৺গৌৰীকান্ত তালুকদাৰদেৱে ৺কালীৰাম বৰ্মন আদিৰ সহযোগত ১৯১৩ চনত স্থাপন কৰা চামতা মাইনৰ স্কুলখনৰ যোগেদি পশ্চিম নলবাৰীত পোনপ্ৰথম ইংৰাজী শিক্ষাৰ পোহৰ পৰে। ১৯২৯ চনত এই স্কুলখন হাইস্কুললৈ আৰু ১৯৬২ চনত হায়াৰ চেকেণ্ডাৰী স্তৰলৈ উন্নীত হয়। চামতাৰ কুলবিল নিবাসী প্ৰসিদ্ধ আয়ুৰ্বেদিক চিকিৎসক ৺পদ্ম চন্দ্ৰ গোস্বামীৰ পত্নী ৺উত্তমা সুন্দৰীয়ে ১৯৪০ চনত স্থাপন কৰা কুলবিল উত্তম সুন্দৰী বালিকা বাণীপীঠ (এতিয়া কুলবিল উত্তম সুন্দৰী মজলীয়া বিদ্যালয়) খনেই পশ্চিম নলবাৰীৰ প্ৰথম স্ত্ৰীশিক্ষাৰ আছুতীয়া শিক্ষানুষ্ঠান। এই খনৰ পাছত ১৯৬২ চনত চামতা ছোৱালী হাই-স্কুল স্থাপন হয়। তেনেকৈ উচ্চ শিক্ষাৰ অনুষ্ঠান হিচাপে পশ্চিম নলবাৰীৰ ভিতৰত চামতাতে পোনপ্ৰথম ১৯৬৬ চনত কামৰূপ কলেজ স্থাপন হয়। চামতাৰ এই শিক্ষানুষ্ঠানকেইখন নলবাৰীৰ পশ্চিম দিশৰ

বনগাঁও, নদি, বগুৰিহাটী, জাগাৰা, মুকালমুৱা, সৰ্থেবাৰী, কৈঠালকুছি, ফুলগুৰি, মূলাৰকুছি আদি অঞ্চলৰ শিক্ষাৰ ক্ষেত্ৰত থকা চাহিদা পূৰণ কৰিছিল। দূৰ দূৰণিৰ উক্ত অঞ্চলসমূহৰ পৰা শিক্ষাৰ্থী আহি আজিও ইয়াত শিক্ষা গ্ৰহণ কৰি আছে। জনসংখ্যা বৃদ্ধি তথা মানুহৰ জ্ঞানস্পৃহা বঢ়াৰ ফলত বৰ্তমান চামতাত পশ্চিম চামতা হাইস্কুল, আমনি জন কল্যাণ হাইস্কুল আদি কৰি কেইবাখনো হাইস্কুল স্থাপন হৈছে। তদুপৰি চামতাৰ আশে পাশে পশ্চিম নলবাৰীৰ প্ৰায় প্ৰতি গাঁওতে এখোখন হাইস্কুল আৰু নদি, জাগাৰা, মুকালমুৱা, ৰামপুৰ, বেলশৰ, ক্ষেত্ৰী ধৰ্মপুৰ (দাহুদি-উলুবাৰী), কৈঠালকুছি আদি ঠাইত কলেজ স্থাপন হৈছে

সংস্কৃত শিক্ষাৰ ক্ষেত্ৰত নলবাৰী অসমৰ ভিতৰত বিশেষ আগবঢ়া। নলবাৰী জিলাৰ চামতা অঞ্চলেও এই দিশত অৰিহণা যোগাই আছে। গামাৰিমুৰিৰ চন্দ্ৰ কান্ত বিদ্যালংকাৰ টোল, গাঞ্জিয়াৰ জীৱানন্দ টোল, বেলশৰৰ গোবিন্দ মিশ্ৰাশ্ৰম আদি এই অঞ্চলৰ প্ৰাচীন কালৰ পৰা চলি অহা সংস্কৃত শিক্ষাৰ অনুষ্ঠান। ৺ চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ, ৺ ভৱদেৱ ভাগৱতী আদি এই অঞ্চলৰ বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। জ্যোতিষ শিক্ষাৰ ক্ষেত্ৰতো চামতা অঞ্চল উল্লেখনীয়। ৺ আদ্যনাথ শৰ্মা, ৺ পুৰুষোত্তম ভট্টাচাৰ্য, ৺ ভৱদেৱ ভাগৱতী আৰু ৺ কৃষ্ণকান্ত শৰ্মা আদি অঞ্চলটোৰ আগশাৰীৰ জ্যোতিষী আছিল। শিমলীয়া আৰু গঞ্জিয়া গাঁওৰ গণক (জ্যোতিষ গণনাকাৰী) সম্প্ৰদায়ৰ কিছুমান লোকে আজিও ব্যৱসায়িক ভিত্তিত জ্যোতিষ চৰ্চা কৰি আছে।

সাংস্কৃতিক ক্ষেত্ৰতো চামতা অঞ্চল উন্নত। এই অঞ্চলৰ ঢুলীয়া, ভাৱৰীয়া, ওজাপালি, নাগাৰানাম, আইনাম, বিয়ানাম, থিয়নাম আদিৰ উপৰিও শিমলীয়া গাঁওত গৌৰাঙ্গ পুতলা নাচৰ দল এটি আছে। এই অঞ্চলত স্থাপিত ধৰ্মপুৰ জ্ঞানদায়িনী নাট্য সমাজ (১৯১৯), বিহামপুৰ সংঘ (১৯৬০), আমনি জনকল্যাণ সংঘ (১৯৬২), কপকৌৰৰ কলাপৰিষদ (১৯৬৩), আদি সাংস্কৃতিক অনুষ্ঠানৰ যোগেদি অঞ্চলটোৰ

গীত মাত, নৃত্য, অভিনয় আদিৰ চৰ্চা হৈ আছে। এই অনুষ্ঠান-বোৰৰ যোগেদি অঞ্চলটোৰ প্ৰতিভাবান শিল্পীয়ে সমগ্ৰ অসমত নিজৰ সাংস্কৃতিক প্ৰতিভা বিকাশৰ সুবিধা পাইছে। ১৯৫২ চনত স্থাপিত ধৰ্মপুৰ শিল্পী সংঘই পথাৰৰ মুকলি বিহুক অসমৰ গ্ৰাম্যাঞ্চলৰ ভিতৰত পোনপ্ৰথম মঞ্চলৈ আনে। ১৯৬৬ চনত স্থাপিত চামতা আঞ্চলিক ক্ৰীড়াসংঘ পশ্চিম নলবাৰী একমাত্ৰ খেলাধূলাৰ অনুষ্ঠান। ই অসমৰ এটি লেখত লবলগীয়া উন্নত ক্ৰী ানুষ্ঠান। এই অনুষ্ঠানত প্ৰশিক্ষণ প্ৰাপ্ত খেলুৱৈয়ে ৰাষ্ট্ৰীয় তথা আন্তৰাষ্ট্ৰীয় ফুটবল দলত খেলি নিজৰ লগতে অঞ্চলটোলৈ গৌৰৱ কঢ়িয়াই আনিব পাৰিছে।

অনুষ্ঠানটিয়ে বছাৰ ৺ নৰোৰাম বৰ্মন সোঁৱৰণী শিশু প্ৰতিযোগিতা পৰিচালনা কৰাৰ উপৰিও সদৌ অসম ভিত্তিত ভলীবল, কাবাদি আদি খেলৰ প্ৰতিযোগিতা সুচাৰুৰূপে পৰিচালনা কৰি অনুষ্ঠানটিৰ মান উন্নত কৰিছে।

অসমৰ মঞ্চজগতত ৰজা হৰিশ্চন্দ্ৰ, মানসিং আদি ভাওত সফল অভিনয় কৰি নিজকে সুপ্ৰতিষ্ঠিত কৰা স্বনামধন্য যশস্বী অভিনেতা শ্ৰীধৰণী বৰ্মনৰ প্ৰযোজনাত চামতাত ১৯৬৪ চনত সুৰদেৱী নাট্য সংঘৰ জন্ম হয়। পিছত ই ১৯৬৬ চনত সুৰদেৱী থিয়েটাৰ নামেৰে পৰিচিত হৈ অসমৰ মঞ্চজগতত চামতাৰ নাম উজ্জ্বল কৰে। ইয়াৰ পৰৱৰ্তী সময়ত চামতাতে কেইবাজনো উদ্যোগী প্ৰযোজকৰ প্ৰযোজনাত বিষ্ণুজ্যোতি থিয়েটাৰ, ৰংঘৰ থিয়েটাৰ, ৰাজলক্ষ্মী থিয়েটাৰ, অপ্সৰা থিয়েটাৰ আদি নাট্যদলৰ জন্ম হৈ মঞ্চজগতত এক আলোড়নৰ সৃষ্টি কৰে। অৱশ্যে বৰ্তমান বছৰত আৰ্থিক অনাটনৰ বাবে আটাইকেইটা নাট্যদলেই নিষ্ক্ৰিয় অৱস্থাত।

চামতা অঞ্চল শাক্ত, শৈৱ আৰু বৈষ্ণৱ পন্থী লোকৰ মিলনভূমি। অঞ্চলটোত প্ৰাচীন কালৰ পৰা বছৰি শাৰদীয় দুৰ্গাপূজা অনুষ্ঠিত হোৱা বিহামপুৰ বাৰোৱাৰী দুৰ্গামণ্ডপ, খাতাৰূপীয়া বাথান গাঁওৰ সাহপুৰ দুৰ্গামণ্ডপ, কুলবিল ঘাট ৰাজহুৱা শিৱালয়, বিশ্বেশ্বৰ দেৱালয়,

বিহামপুৰ দামোদৰী সত্ৰ, কুলবিল হৰিদেৱী সত্ৰ আৰু গন্ধিয়াৰ আল্লিবাৰী সত্ৰই ইয়াৰ ঐতিহ্য বহন কৰি আছে। ইয়াৰ উপৰিও প্ৰতি গাঁওতে থকা নাম ঘৰ সমূহে মহাপুৰুষ শঙ্কৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্মৰ অখণ্ড প্ৰভাৱৰ কথা সোঁৱৰাই আছে। হিন্দুসকলে নামঘৰত ঈশ্বৰৰ নাম গুণ গোৱাৰ দৰে, মুছলমান সকলেও তেওঁলোকৰ মছজিদত আল্লাৰ নাম গুণ গায়। অঞ্চলটোৰ হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি বৰ গাঢ়।

ৰাজনৈতিক দিশতো চামতা অঞ্চল দেশত লব্ধপ্ৰতিষ্ঠ। মুক্তি যোদ্ধা প্ৰখ্যাত আইনজীৱী ৺ জয়চন্দ্ৰ চৌধুৰী আৰু শ্ৰীগঙ্গাধৰ চৌধুৰী আদি এই অঞ্চলৰ লোক।

আৰ্থিক দিশত চামতা অঞ্চল বিশেষ উন্নত নহয়। অঞ্চলটোত কিছুলোক চাকৰিজীৱী আৰু ব্যৱসায়ীজীৱী আছে যদিও সৰহ সংখ্যক লোকেই কৃষিৰ ওপৰত নিৰ্ভৰশীল। কৃষক সকলৰ সৰহ ভাগৰে পৰিয়ালক লগাৰ জোখাৰে ধান আদি শস্য উৎপাদন কৰিবলৈ সেই জোখৰ মাটিৰ অভাৱ। সেয়ে বেছি ভাগ কৃষকৰে অৱস্থা সন্তোষজনক নহয়। অৱশ্যে ৺ খগেন্দ্ৰ নাথ কাকতিদেৱে আধুনিক পদ্ধতিত ৰাসায়নিক সাৰ প্ৰয়োগ কৰি উন্নত বীজেৰে তাকৰীয়া মাটিত সৰহ শস্য উৎপাদনৰ আদৰ্শ দেখুৱাই অঞ্চলটোক কৃষিৰ দিশত আগবঢ়াই নিয়ে।

বুঢ়াদিয়া নদীৰ পাৰত অৱস্থিত খাতাৰুপীয়াবাথান-নদলা অৰ্ধ-সাপ্তাহিক বজাৰখনেই চামতা অঞ্চলৰ বেচা কিনাৰ মাই কেন্দ্ৰস্থল। অঞ্চলটোত উৎপাদিত বিভিন্ন সামগ্ৰীৰ এই বজাৰতেই বেচা কিনা হয়। এই বজাৰৰ পৰা ধান, মাহ, সৰিয়হ, তামোল-পাণ, নাৰিকল আৰু নানাতৰহৰ পাচলিৰ লগতে বজাৰখনক কেন্দ্ৰ কৰি ব্যৱসায় কৰা 'দহসেৰীয়াৰ' উৎকৃষ্ট দৈ আৰু মাখন বিভিন্ন ঠাইলৈ ৰপ্তানি হয়।

সাহিত্যৰ ক্ষেত্ৰতো চামতা অঞ্চল নিচেই পিচ পৰা নহয়। অসমীয়া সাহিত্যৰ ভঁৰালৈ বৰঙণি যোগাই চামতা অঞ্চলৰ নাম

উজ্জ্বল কৰা প্ৰয়াত সাহিত্যসেৱী সকলৰ কেইজনমানৰ চমু পৰিচয় তলত দাঙি ধৰা হ'ল।

**গৌৰীকান্ত তালুকদাৰ** ( ১৮৮৫-১৯৬৬ ) — প্ৰসিদ্ধ মুক্তি যোদ্ধা ৺ গৌৰীকান্ত তালুকদাৰ চামতাৰ এজন আদৰ্শনীয় আৰু স্মৰণীয় ব্যক্তি। তেখেতে আজীৱন স্থায়ীভাবে গুৱাহাটীত থাকিও জন্মভূমি চামতা অঞ্চলৰ উন্নতিৰ হকে কাম কৰিছিল। ৺ তালুকদাৰদেৱে নিজ ব্যৱসায় ওকালতি বাদ দি জাতিৰ পিতা মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগ দিয়ে। ফলত ১৯২১ চন আৰু ১৯৪২ চনত তেওঁ জেল খাটিব লগীয়া হয়। ৰাজনীতিবিদ হিচাপে তেখেতে অসম বিধান সভাৰ নলবাৰী সমষ্টিৰ পৰা ১৯৩৭ চনত আৰু ১৯৪৬ চনত বিধায়ক হিচাপে নিৰ্বাচিত হয়। তেখেত আছিল আগশাৰীৰ সমাজ-কৰ্মী। শিক্ষানুষ্ঠান পতাত তেখেতৰ বিশেষ আগ্ৰহ আছিল। চামতা হাইস্কুল স্থাপন কৰাৰ উপৰিও চামতা ছোৱালী হাইস্কুল, কামৰূপ কলেজ, নলবাৰী ছোৱালী হাইস্কুল, নলবাৰী কলেজ, কামৰূপ একাডেমী হাইস্কুল, বি বৰুৱা কলেজ, সন্দিকৈ ছোৱালী কলেজ, গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰাত তেখেতে উল্লেখযোগ্য অৰিহণা যোগাইছিল আৰু সেইবোৰ অনুষ্ঠানৰ পৰিচালনা সমিতিৰ সভাপতি নাইবা সক্ৰিয় সদস্য হৈ ওতঃপ্ৰোতভাবে জড়িত আছিল।

৺তালুকদাৰদেৱ এজন সাহিত্যিকো আছিল। সাহিত্যৰ ভৰাঁললৈ আগবঢ়োৱা তেখেতৰ গ্ৰন্থকেইখন হৈছে - 'ব্ৰহ্মচৰ্য্য', 'হিন্দুৰ ধৰ্মানুষ্ঠান পদ্ধতি', 'হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য', 'বৰ্তমান হিন্দু সমাজ', 'জাতি সমস্যা', 'অস্পৃশ্যতা বৰ্জন', 'পুৰণি কামৰূপৰ ক্ষত্ৰিয় জাতি', 'অসমীয়া খেতিয়কক লাগে কি', 'বৰ্ণ শিক্ষা' আৰু 'শ্ৰীমদ্ভগৱত গীতা'ৰ অস-মীয়া অনুবাদ। ইয়াৰ উপৰিও 'দীপক' নামৰ মাহেকীয়া শিশু আলোচনী এখনো ১৯৫৪ চনৰ পৰা জীৱনৰ শেষলৈকে তেখেতে সম্পাদনা কৰিছিল।

**কালীৰাম বৰ্মন** (১৮৮৫—১৯৭১)- ৺কালীৰাম বৰ্মনো চামতাৰ

এজন মুক্তিযোদ্ধা আৰু সমাজকৰ্মী আছিল। ১৯১৩ চনত তেখেতে ওকালতি আৰম্ভ কৰে। ১৯১৯ চনত গুৱাহাটী লোকেল বোৰ্ডৰ উপ-সভাপতি নিৰ্বাচিত হয়। ১৯২১ চনত ওকালতি ত্যাগ কৰি মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগ দিয়ে। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ মহাসভাৰ আবাসিক সম্পাদক নিৰ্বাচিত হয়। কংগ্ৰেছ মহাসভাৰ পাছত তেখেতে প্ৰথম চৰকাৰী উকীল হিচাপে যোগদান কৰে। চামতা হাইস্কুল স্থাপনত ৺গোৰীকান্ত তালুকদাৰৰ লগত আগ-ভাগ লোৱাৰ উপৰিও তেখেতে চামতা, ধৰ্মপুৰ স্বাস্থ্যসংঘ স্থাপন কৰে। ৺বৰ্মনদেৱ গুৱাহাটীৰ বি. বৰুৱা কলেজৰ পৰিচালনা সমিতিৰ সদস্য, গুৱাহাটী বেঙ্ক পৰিচালনা সমিতিৰ সদস্য হোৱাৰ উপৰিও গুৱাহাটীৰ হৰিসভাৰ সভাপতি পদত থাকি নানা সামাজিক কামত জড়িত আছিল।

৺বৰ্মনদেৱে ১৯১৪ চনত প্ৰকাশিত বাঙলা 'বিশ্ববাৰ্তা' কাকতৰ অসমীয়া সংস্কৰণৰ সম্পাদক পদত থাকি তাত কামৰূপীয়া থলুৱা শব্দৰ ব্যৱহাৰ কৰিছিল। 'আদালতৰ বিচিত্ৰ কাহিনী' তেখেতৰ প্ৰকাশিত পুথি।

কাশীনাথ বৰ্মন (১৮৯৫—১৯৬৩)- ৺কাশীনাথ বৰ্মনদেৱৰ জন্ম হৈছিল বৃহত্তৰ চামতা অঞ্চলৰ আমনি গাৱঁত। জীৱনৰ শেষ কালত তেখেতে স্থায়ীভাবে বসবাস কৰিছিল নাল্‌বাৰীত। তেখেত আছিল বহুগুণৰ সমাহাৰ তেখেত একাধাৰে কৃতী শিক্ষক, সুবক্তা আৰু সুসংগঠক। তেখেত নাল্‌বাৰী আঞ্চলিক সাহিত্য সভাৰ সভাপতি আছিল। ৺বৰ্মনদেৱে যোৰহাট নৰ্মাল স্কুল, কমলপুৰ এম. ভি. স্কুল আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলত কৃতী শিক্ষক হিচাপে শিক্ষকতা কৰিছিল। তেখেতৰ শিক্ষাদান পদ্ধতিত ছাত্ৰ তথা কৰ্তৃপক্ষ বিশেষভাবে আকৰ্ষিত হৈছিল। ১৯৫২ চনত তেখেতে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

৺কাশীনাথ বৰ্মনদেৱ এজন সু-সাহিত্যিক আছিল। কণ কণ ল'ৰা-ছোৱালীৰ পাঠ্যপুথিৰ অভাৱ পূৰণ কৰাৰ কাৰণে তেখেতে

'অতুলপাঠ' নামৰ পাঠ্যপুথি ৰচনা কৰিছিল। তদুপৰি তেখেত আছিল এজন আগশাৰীৰ প্ৰসিদ্ধ জীৱনী কাৰ। 'নাৰীৰত্ন' (১৯২ :), 'অমৰ কাহিনী' (১৯৪৯), 'শান্তিদূত' (১৯৫০), 'পুৰুষৰত্ন' (১৯৬১) আদি তেখেতৰ প্ৰকাশিত জীৱনী গ্ৰন্থ। এই গ্ৰন্থকেইখনৰ যোগেদি তেখেতে অসমীয়া জীৱনী সাহিত্যত এখনি স্বকীয়া আসন দখল কৰিবলৈ সক্ষম হৈছে।

মাধৱচন্দ্ৰ শৰ্মা (১৮৯৮—১৯৫৫)- কৃতী শিক্ষক ৺মাধৱচন্দ্ৰ শৰ্মাৰ জন্ম হৈছিল চামতা অঞ্চলত গন্ধিয়া গাওঁত। ৺শৰ্মাদেৱে চামতা হাই-স্কুলৰ ইংৰাজী আৰু ছবিৰ এজন বিশেষভাবে কৃতী শিক্ষক আছিল। তেখেত এজন সুগায়কো আছিল। শিক্ষকতাৰ লগে লগে সমাজৰ নানা কামতো তেখেতে মনোনিৱেশ কৰিছিল। তেখেতৰ একাগ্ৰতীয়া চেষ্টাতে ১৯০৮ চনত গন্ধিয়া গাওঁত যুৱক সন্মিলনী লাইব্ৰেৰী আৰু ১৯২৬ চনত বালক সন্মিলন স্থাপিত হয়।

৺শৰ্মাদেৱে কেইবাখনো কিতাপ ৰচনা কৰিছিল। 'দেৱমন্দিৰ বা ব্ৰহ্মচাৰ্য্য সোপান', 'নৱযুগ', 'মুকুল', 'চাটি আৰু মাটিৰ সাধু' আৰু 'বীণাৰ তান' আদি তেখেতৰ প্ৰকাশিত পুথিৰ উপৰিও 'বাল্যবিবাহ দূৰীকৰণ' 'ভনীটিলৈ চেনেহৰ চানেকি', 'গীতাসাৰ তত্ত্ব', 'জীৱন বসন্ত', 'উত্থান পথ', 'নৰকাসুৰ' আদি পুথি অপ্ৰকাশিত অৱস্থাত আছে।

চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ (১৮৭০-১৯৫২)- ৺চন্দ্ৰকান্ত বিদ্যালঙ্কাৰদেৱৰ জন্ম হৈছিল চামতাৰ গামাৰিমুৰি গাঁৱত। অতি মেধা সম্পন্ন ৺শৰ্মাদেৱে কলিকতাৰ পৰা শিক্ষা সাং কৰি ১৮৯৭ চনত গামাৰিমুৰি টোল প্ৰতিষ্ঠা কৰে আৰু তাতেই শিক্ষকতা কৰিবলৈ লয়। তেখেতৰ মৃত্যুৰ পাছত গুণমুগ্ধ ৰাইজে এই টোলখনকে তেখেতৰ স্মৃতিত 'চন্দ্ৰকান্ত বিদ্যালয়' নামেৰে অভিষিত কৰে। ৺শৰ্মাদেৱ এজন কৃতী অধ্যাপক আছিল। ৺বিদ্যালঙ্কাৰদেৱে 'শব্দমঞ্জৰী', 'মণ্ডল অধ্যায়', 'পদমঞ্জৰী', 'ধাতুমঞ্জৰী' আদি কেইবাখনো মূল্যবান সংস্কৃত গ্ৰন্থ প্ৰণয়ন কৰিছিল।

ভৱদেৱ ভাগৱতী (১৯০২ —১৯৮৮)- ৺ভৱদেৱ ভাগৱতীদেৱ চামতা

হাইস্কুলৰ সংস্কৃত বিষয়ৰ এগৰাকী কৃতী শিক্ষক আছিল। ১৯৩১ চনৰ পৰা ১৯৬০ চনলৈ তেখেতে চামতা হাইস্কুলত সুখ্যাতিৰে শিক্ষকতা কৰিছিল। তেখেতৰ দিনত উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত প্ৰায় বছৰে চামতা হাইস্কুলৰ পৰা সংস্কৃত বিষয়ত একাধিক ছাত্ৰই লেটাৰ মাৰ্ক পোৱাটো এটা নিয়মত পৰিণত হৈছিল। বিখ্যাত সংস্কৃত পণ্ডিত ৺কৃষ্ণকান্ত সন্দিকৈদেৱে 'সদসা মহীয়ান'ৰ সলনি 'সদসা মহান' হে শুদ্ধ বুলি ৺ভাগৱতীদেৱে দেখুৱাই দিয়াত সন্তুষ্ট হৈ ভাগৱতীদেৱক নগদ টকাৰে পুৰস্কৃত কৰি প্ৰশংসা কৰিছিল। সংস্কৃত ভাষাত থকা পাণ্ডিত্যৰ গুণত ৺ভাগৱতীদেৱে ১৯৮১ চনত ভাৰতৰ ৰাষ্ট্ৰপতিৰ পৰা মানপত্ৰ লাভ কৰে। শিক্ষাবিদ ৺ভাগৱতীদেৱ সমাজকৰ্মীও আছিল। ১৯৬১ চনত তেখেতে উত্তৰ ধৰ্মপুৰ বালিকা বিদ্যালয় স্থানীয় কৰ্মীৰ সহযোগত স্থাপন কৰে।

ভাগৱতীদেৱে সপ্তম আৰু অষ্টম শ্ৰেণীৰ উপযোগীকৈ 'কথা কুসুম' নামেৰে দুখনি সংস্কৃত পাঠ্যপুথি ৰচনা। তদুপৰি সংস্কৃত ছন্দত 'সতী জয়মতী', 'শ্লোকমালা', 'স্তুতিপাঠ' আদি ৰচনা কৰাৰ উপৰিও অসমীয়াত 'পেটৰ কথা', 'সুখৰ সপোন', 'ভেকো ভাওনা', 'লীলা', 'নতুন নাটক', 'গান্ধী কীৰ্ত্তন' আদি বহুকেইখন গ্ৰন্থ ৰচনা কৰিছিল। ইয়াৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশন শাখাৰ দ্বাৰা অনূদিত আৰু প্ৰকাশিত সংস্কৃত মহাভাৰতৰ কিছু অধ্যায় ৺ভাগৱতী-দেৱে অনুবাদ কৰিছিল

কালীৰাম বৈশ্য (১৯০৪ ১৯৬৩) - ৺কালীৰাম বৈশ্যৰ জন্ম হৈছিল চামতাৰ শিমলীয়া গাৱঁত। বৈশ্যদেৱ অতি দুখীয়া পৰিয়ালৰ লোক আছিল। চামতাৰ ৺কাশীৰাম তালুকদাৰ, ৺অভিৰাম তালুকদাৰ আৰু ৺নিধিৰাম বৰ্মনৰ অনুপ্ৰেৰণা তথা সহায়ত চামতা হাইস্কুলত ষষ্ঠ শ্ৰেণীলৈ পঢ়ি স্কুলীয়া জীৱনৰ সামৰণি মাৰিবলগীয়া হয়, আৰু ডিব্ৰুগড়ত মাহে চাৰি টকা দৰমহাত বগুৰিহাটীৰ জনৈক মণ্ডলৰ লগত জৰীপত শিকলি টনা কামত নিয়োগ হয়। তাত

ব্ৰিটিছ বিষয়া স্মল চাহাবৰ সান্নিধ্য লাভ কৰে আৰু স্মল চাহাবৰ অনুপ্ৰেৰণা আৰু সহায়ত যোৰহাটৰ পৰা সুখ্যাতিৰে নৰ্মাল পাছ কৰে। তাৰ পাছত ক্ৰমে প্ৰাইভেটে মেট্ৰিক আৰু আই. এ. আৰু বি. এ. ডিগ্ৰী লাভ কৰে। ৺বৈশ্যদেৱ অতি চোকা বুদ্ধিৰ আছিল। সেই গুণে তেওঁ কাকো নেদেখাকৈয়ে ১৯৩৯ চনত ইংৰাজীত, ১৯৪১ চনত বুৰঞ্জীত আৰু ১৯৪৩ চনত আধুনিক ভাৰতীয় ভাষাত এম. এ. পাছ কৰি সুখ্যাতি আৰ্জিব পাৰিছিল। ইয়াৰ মাজতে তেওঁ ১৯৩০ চনত বি টি ও পাছ কৰে।

বৈশ্যদেৱে নাজিৰা হাইস্কুল, ধুবুৰী হাইস্কুল আৰু বৰপেটা চৰকাৰী হাইস্কুলত শিক্ষকতাও কৰিছিল। ১৯৪৮ চনত স্থাপিত অসম টেক্সট বুক কমিটিৰ চেক্ৰেটাৰী হিচাপে তেখেতে যোগদান কৰি ছিলগৈলে আছে। ১৯৫৩ চনলৈ এই কামত থাকি তাৰ পৰা স্বেচ্ছামূলক অৱসৰ লয়। তেখেত এজন ব্যৱসায়ী মনৰ লোকো আছিল। ছিলঙত নিজা বৰীয়াকৈ এটা প্ৰেছ স্থাপন কৰিছিল আৰু 'ইক'নমিক বুক ডিপো' নামেৰে এখন কিতাপৰ দোকান খুলিছিল। ইয়াৰ প্ৰকাশন গোষ্ঠী এটা খুলি তেখেতে ভালেমান কিতাপ প্ৰকাশ কৰিছিল। তেখেতে History of India, History of England আৰু Matric Geography নামৰ তিনিখন কিতাপ লিখাৰ উপৰিও পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ উপযোগীকৈ প্ৰভাত শৰ্মা ছদ্ম নামত 'সৰল ভাৰত বুৰঞ্জী' আৰু 'বুৰঞ্জীৰ কথা' নামেৰে দুখন স্কুলীয়া বুৰঞ্জী পুথি লিখিছিল। তদুপৰি ৺ভৰদেৱ ভাগৱতীৰ লগ লাগি তেখেতৰ 'কথা-কুসুম' নামৰ পাঠ্যপুথি দুখনৰ সহায়িকা 'কথাকুসুম দীপিকা' ৰচনা কৰিছিল। ষষ্ঠ শ্ৰেণীৰ পাঠ্য Modern English Reader আৰু ৺জিতেন দাসৰ 'সৰল ৰাজনীতি' গ্ৰন্থৰো তেখেতে সহায়কা ৰচনা কৰিছিল। প্ৰবেশিকা পৰীক্ষাৰ পাঠ্যপুথি এম, এল কাথবৰুৱাৰ ভাৰতবুৰঞ্জীৰ সহায়িকা লিখিও তেখেতে ছাত্ৰ-ছাত্ৰীৰ উপকাৰ সাধিছিল। তেখেতৰ আন প্ৰকাশিত গ্ৰন্থ হ'ল 'বেঞ্জামিন ফ্ৰেংকলিন', 'স্বাধীনতাৰ

'ছহিদ', 'শনিৰ পাঁচালী', 'লক্ষ্মীৰ পাঁচালী', আৰু 'কাম কৰি খোৱা মানুহ' আদি।

**তৰুণ আজাদ ডেকা** ( — ১৯৯৩ )—৺ ডেকাই কামৰূপ একাডেমী স্কুলত হিন্দী শিক্ষক ৰূপে চাকৰি কৰি জীৱন নিৰ্বাহ কৰিছিল। তেখেত অহিন্দী অঞ্চলৰ হিন্দী লেখক হিচাপে খ্যাত হৈ পুৰস্কাৰ লাভ কৰিছিল। তেখেতে জীৱনৰ শেষলৈ গুৱাহাটী ৰেডিঅ' কেন্দ্ৰত অনুবাদকৰ কাম কৰিছিল। তেখেতে মৌলিক নাট লিখাৰ উপৰিও কেইবাখনো হিন্দী, মাৰাঠী আদি ভাষাৰ পৰা নাট অনুবাদ কৰি এই দিশৰ অভাৱ পূৰণ কৰিছিল।

সাম্প্ৰতিক যুগত ৺ কাশীনাথ বৰ্মনৰ পুত্ৰ ড° শিৱনাথ বৰ্মনে অসমীয়া সাহিত্যৰ বিভিন্ন দিশত তত্বগধূৰ গ্ৰন্থ ৰচনা কৰি চামতা অঞ্চলৰ সুনাম অৰ্জন কৰিছে। তেনেদৰে ড° বিনোদ শৰ্মা, ড° পৰাগ কুমাৰ ভট্টাচাৰ্য্য আদিয়েও অসমীয়া সাহিত্যত যথেষ্ট বৰঙণি আগবঢ়াইছে। ইয়াৰ উপৰিও চামতা অঞ্চলৰ শ্ৰীকনক শৰ্মা, শ্ৰীপ্ৰফুল্ল বৰ্মন, শ্ৰীসুনীতি দেৱী, শ্ৰীকৰুণা বৈশ্য, শ্ৰীৰাজেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী প্ৰমুখো সাহিত্য সেৱীসকলে ভিন ভিন দিশত গ্ৰন্থ ৰচনা কৰিছে। পূৰ্বসূৰী সকলৰ অনুপ্ৰেৰণাতে বৰ্তমান চামতা অঞ্চলত এচাম নবীন সাহিত্য সেৱীৰ সৃষ্টি হ'ব ধৰিছে।

( প্ৰয়াত সাহিত্যিকসকলৰ চমু পৰিচয়ৰ ক্ষেত্ৰত সম্পাদক শ্ৰীপ্ৰফুল্ল বৰ্মন আৰু শ্ৰীসুনীতি দেৱীৰ ওচৰত এই লেখক ঋণী। )



# শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰত নাজিৰা

শুল শৰ্মা

( ১ )

অসমৰ শিক্ষাজগতলৈ নাজিৰাৰ অৱদান লেখত লবলগীয়া। ভাৰত চৰকাৰে ১৯৫৮ চনত কৃতী শিক্ষকলৈ যি পুৰস্কাৰ আগবঢ়ালে, অসমৰ সেই কৃতী শিক্ষকৰ প্ৰথম বঁটাটোৰেই পালে তেতিয়াৰ নাজিৰা হাইস্কুলৰ প্ৰধান শিক্ষক স্বৰ্গীয় গিৰীন্দ্ৰনাথ চাংকাকতিদেৱে। নাজিৰা হাইস্কুলৰ বুৰঞ্জীত ই অতি গৌৰৱৰ কথা। চাংকাকতি অতি নিষ্ঠাবান, বহুগুণী শিক্ষক আছিল। ৺ইন্দিবৰ গগৈয়ে নাজিৰা হাইস্কুল এৰি কহিমা আৰু ডিব্ৰুগড় চৰকাৰী হাইস্কুলত সুখ্যাতিৰে প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰিছিল। সেইদৰে শ্ৰীমুনীন্দ্ৰনাথ গগৈয়ে যোৰহাট চৰকাৰী হাইস্কুলত চাকৰি কৰি পিছত সুখ্যাতিৰে যোৰহাট নৰ্মাল স্কুলৰ সুযোগ্য অধীক্ষক হৈছিলগৈ। শ্ৰীদেৱেশ্বৰ গগৈয়ে নাজিৰা হাইস্কুলৰ শিক্ষকতাৰ পৰা গৈ অসমৰ স্কুল ইন্সপেক্টৰ হ'ল। শ্ৰীদেৱকান্ত মহন্তও নাজিৰা হাইস্কুলৰ পৰা অসম চৰকাৰৰ ডেপুটি ইন্সপেক্টৰ হ'লগৈ। তেনেকৈ স্বৰ্গীয় জগদীশ চলিহাই পাচিঘাট চৰকাৰী হাইস্কুলৰ হেড্-মাষ্টৰ হ'ল। ৺কাশীনাথ বৰ্মন কামৰূপৰ লোক আছিল যদিও শেষ বয়সত তেওঁ নাজিৰাৰে বাসিন্দা হৈছিলগৈ। তেওঁ পোনতে যোৰহাট নৰ্মাল স্কুলত, পিছলৈ শিৱসাগৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল। অৱসৰৰ পিছত নাজিৰাতে স্থায়ীভাৱে ঘৰ-দুৱাৰ কৰি বৰ্মনে অঞ্চলটোৰ সাহিত্য আৰু শিক্ষা জীৱনৰ লগত নিজকে জড়িত কৰি পেলাইছিল।

কামৰূপৰ আন এজন লোক ৺ড' হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যই প্ৰথমতে নগাঁও চৰকাৰী হাইস্কুলত চাকৰি কৰি পিছত গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হৈছিলগৈ। নাজিৰা হাইস্কুলৰ কৃতী শিক্ষক ৺পদ্মনাথ শৰ্মাই সোণাৰীৰ ভগৱতীপ্ৰসাদ বৰুৱা উচ্চতৰ মাধ্যমিকৰ অধ্যক্ষতা কৰি সোণাৰী অঞ্চলৰ শৈক্ষিক বাতাবৰণকেই সলনি কৰি দিলে। শ্ৰীনীলমণি বৰগোহাঁয়ে গুৱাহাটীৰ কটন কলেজিয়েট উচ্চ মাধ্যমিকৰ অধ্যক্ষতা কৰি অৱসৰ ললে। পশুচিকিৎসা মহাবিদ্যালয়ত ডা' প্ৰসন্ন শৰ্মা আৰু ড' হৰেন শৰ্মাই অধ্যক্ষতা কৰি অসম কৃষি বিশ্ববিদ্যালয়ৰ ডীন হ'ল। অসমত তেতিয়া চৰকাৰী কলেজ আছিল তিনিখন--- কটন কলেজ, ডিফু কলেজ আৰু জোৱাই কলেজ (এতিয়া মেঘালয়ত)। ইয়াৰ দুজন অধ্যক্ষই হ'ল নাজিৰাৰ সন্তান— শ্ৰীজীতেন নেওগ ডিফু চৰকাৰী কলেজৰ অধ্যক্ষ আছিল। শ্ৰীখৰ্গেশ্বৰ চেতিয়াই প্ৰথমতে কটন কলেজত অধ্যাপক হৈ থাকি পিছত জোৱাই কলেজৰ অধ্যক্ষ হ'ল। তাৰ পিছত মেঘালয় আৰু অসমৰ উপ-শিক্ষাধিকাৰ হৈ এতিয়া অৱসৰ ল'লে।

অসমৰ বিভিন্ন কলেজ আৰু বিশ্ববিদ্যালয়ত নাজিৰাৰ কেইবা-জনো ভাল শিক্ষক অধ্যাপক আছে। তেওঁলোকৰ ভিতৰত ড শিৱনাথ বৰ্মন। এওঁ শিক্ষাবিদ-সাহিত্যিক কাশীনাথ বৰ্মনৰ পুত্ৰ। অধ্যাপক শ্ৰীদেবেন দত্ত এওঁ নাজিৰা হাইস্কুলৰ শিক্ষক ফণীধৰ দত্তৰ পুত্ৰ), অধ্যাপক শ্ৰীদেৱব্ৰত শৰ্মা (এওঁ আচলতে নাজিৰাৰ নহয় যদিও আসাম কোম্পানীত চাকৰি কৰি থাকোতেই গড়গাওঁ কলেজৰ প্ৰথম দলটোতেই বি. এ পাছ কৰি পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰি এতিয়া সেইখন বিশ্ববিদ্যালয়ৰে অধ্যাপক), ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ড পোনা মহন্ত, অধ্যাপক যোগেন চেতিয়া, অধ্যক্ষ অৱনী বৰঠাকুৰ অন্যতম। অধ্যাপক বিমল গগৈয়ে ডিগবই আৰু বৰপেটাৰ ওচৰৰ নগাঁও কলেজৰ অধ্যক্ষ হৈ এতিয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কলেজ সমূহৰ ইন্সপেক্টৰৰ নিচিনা গুৰুত্বপূৰ্ণ আসন অধিকাৰ কৰি আছে।

অকালতে চিৰবিদায় ল'ব-লগীয়া নহলে অধ্যক্ষ করুণা শৰ্মায়ো নাজিৰাৰ নাম আৰু উজ্জ্বল কৰিলেহেঁতেন। এওঁ ইংৰাজী আৰু অসমীয়া— এই দুয়োটা ভাষাৰে ভাল বক্তা আছিল।

( ২ )

অসমীয়া ভাষা-সাহিত্যৰ ভঁড়াললৈও নাজিৰাৰ বৰঙণি নগণ্য নহয়। নাজিৰাত থাকোঁতেই ড' হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যই কেইবাখনো নাটিকা লিখিছিল। পিছত তেখেতে 'অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি' নামেৰে এখন মূল্যবান গ্ৰন্থ প্ৰকাশ কৰে। তেখেতে অসমীয়া নাট্য সাহিত্যত গৱেষণা কৰি ডক্টৰেট উপাধিয়েই ললে। তেখেতৰ 'নাট্য-বীথিকা' এখন লেখত লবলগীয়া গ্ৰন্থ।

স্বৰ্গীয় কাশীনাথ বৰ্মনে যোৰহাট নৰ্মাল স্কুল, পিছত শিৱসাগৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰি অৱসৰ লৈ নাজিৰাতে স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। তেখেতে স্কুলীয়া পাঠ্যপুথি ৰচনা কৰাৰ উপৰিও কেইবাখনো মূল্যবান অসমীয়া গ্ৰন্থ লিখি প্ৰকাশ কৰে। তাৰ ভিতৰত জীৱনীমূলক পুথিকেইখন জনপ্ৰিয় হৈছিল। এতিয়া তেখেতৰ সুযোগ্য পুত্ৰ ড শিৱনাথ বৰ্মনে বিভিন্ন ধৰণৰ গ্ৰন্থ লিখি অসমৰ এজন আগশাৰীৰ লেখক ৰূপে পৰিগণিত হৈছে। তেওঁ আইনষ্টাইনৰ জীৱনীৰ পৰা আৰম্ভ কৰি 'টিঙ্কমামাৰ অঙ্কৰ সাধু'লৈকে বিভিন্ন ধৰণৰ ভিন্নসুৰী পুথি ৰচনা কৰি তেওঁৰ প্ৰতিভা প্ৰকাশ কৰিছে। ড' বৰ্মন এতিয়া অসমৰ আগশাৰীৰ প্ৰগতিশীল লেখক সকলৰ অন্যতম। অসমীয়া সাহিত্যৰ আগৰ 'আৱাহন' আৰু 'বাঁহী'ৰ সফল গল্পলেখক শ্ৰীগোবিন্দ পৈৰাই নাজিৰাত পঢ়ি থাকোঁতেই অসমীয়া গল্প-প্ৰবন্ধ লিখি পিছত এজন লেখৰ গল্পকাৰ হ'লগৈ।

শ্ৰীফটিক চন্দ্ৰ গগৈয়ে অসমৰ বন্য জীৱ-জন্তুৰ ওপৰত বিচিত্ৰ গ্ৰন্থ লিখি প্ৰকাশ কৰাৰ উপৰিও অসমীয়া আলোচনী আৰু বাতৰি কাকতত অসমৰ অভয়াৰণ্যৰ বিষয়ে প্ৰবন্ধ লিখি সুখ্যাতি লাভ কৰিছে।

শিক্ষাবিদ পৱনাথ শৰ্মাই সাংবাদিকতা কৰাৰ উপৰিও সাহিত্য-সেৱাত মনোনিৱেশ কৰি আছে। তেখেতে জীৱনীমূলক কেইবাখনো

পুথি লিখাৰ বাদেও হাস্যৰসাত্মক পুথি ৰচনা কৰি সফলতা লাভ কৰিছে। গীতি কবি পাৰ্বতীপ্ৰসাদ বৰুৱাৰ ৰচনাৱলীখন সম্পাদনা কৰি তেখেতে অসমীয়া সাহিত্যলৈ এটা লেখত লবলগীয়া অৰিহণা আগবঢ়ালে। অধ্যাপক ঘনকান্ত চেতিয়া ফুকনেও হাস্যৰসাত্মক প্ৰবন্ধ এতিয়াও লিখি আছে। ডা° বিজয়ানন্দ বৰুৱাই হাস্যৰসৰ এখন নাটক লিখি প্ৰকাশ কৰিছিল। শ্ৰীকামাখ্যা সন্তাপতিয়ে বহুকেইখন জনপ্ৰিয় উপন্যাস লিখি এজন ঔপন্যাসিক ৰূপে খ্যাতি লাভ কৰিছে। কলিকতাত থাকি 'বাঁমনে' ছদ্মনামেৰে ওপৰ 'ডিটেকটিভ' জাতীয় উপন্যাস লিখি আত জনপ্ৰিয় লেখক হৈছিল। তেখেতৰ আচল নাম আছিল নবীন দে (বৰু)। তেখেত নাজিৰাৰ এজন ভাল মঞ্চাভিনেতাও আছিল। ড° পোনা মহন্তই অৱশ্যে জ্যোতিপ্ৰসাদৰ বিষয়ে এখন সমালোচনা-মূলক গ্ৰন্থ লিখি প্ৰকাশ কৰিছে। অধ্যাপক যোগেন চেতিয়া, অধ্যাপক ত্ৰ্যম্বক ফাকতি অধ্যাপক দেবেন দত্তই বিভিন্ন প্ৰবন্ধ পাতি প্ৰকাশ কৰি সাহিত্য সেৱা কৰি আছে। এই পুথিৰ লেখক শ্ৰীশূল শৰ্মাই ইতমধ্যে দুই-তিনিখনমান পুথি লিখিছে। তেওঁৰ দ্বাৰা সম্পাদিত 'কৃষ্ণকান্ত সন্দিকৈ' এখন মূল্যবান গ্ৰন্থ হৈছে বুলি পঢ়ুৱৈ সমাজে স্বীকৃতি দিছে। শ্ৰীমতী এলি আহমদে গীতি-কবি বুলি সমাদৰ লাভ কৰিছে।

নাজিৰাৰ মহিলা লেখিকা শ্ৰীমতী বাসন্তী বৰুৱাই এসময়ত ভাল গল্প লিখিছিল। তেওঁৰ কেইবাটাও গল্প ৰামধেনুত প্ৰকাশ হৈছিল। তেওঁৰ এখন গল্প সংকলন প্ৰকাশ পাইছে। অধ্যাপক ঘন গগৈয়ে আগতে গল্প লিখিছিল। শ্ৰীসোমেশ্বৰ দত্তই গল্প সংকলন এখন প্ৰকাশ কৰিছে। এসময়ত শ্ৰীবীৰেন বৰগোহাঁই, শ্ৰীমানিক গগৈয়ে আধুনিক কবিতা লিখি ৰামধেনুৰ পাত ভৰনি কৰিছিল।

(শ্ৰীল শৰ্মাই লিখা 'বগাবৰৰ বৰবাবু' গ্ৰন্থৰ পৰা। লেখকৰ অনুমোদনক্ৰমে প্ৰবন্ধটোৰ সামান্য পৰিবৰ্ধন কৰা হৈছে।)



# আমনি

প্ৰফুল্ল বৰ্মন

নদী সভ্যতাত ঠন ধৰি উঠা
উন্নত আমনি গাঁও,
শস্যে মৎস্যে ভৰা সমৃদ্ধ অতীত
সুৰুৰি কত ৰং পাওঁ।
নামৰ উৎপত্তি সম্বন্ধে গোটালোঁ
মূল্যবান তথ্য-পাতি :
কটালোঁ বহুত অমূল্য সময়
মহাপেচখানা ঘাটি।
আমনি শব্দৰ অৰ্থ ই সূচায়
বিৰাট আমৰ বাৰী,
বুঢ়াদিয়া নৈৰ আছিল পাৰত
অলেখ গছৰ শাৰী।
আছে এটি আৰু ভিন্ন অভিমত
কিংবদন্তিৰ উক্তি :
বাৰিষাৰ বানে কৃষি শ্ৰমিকক
কৰে ঘনাই বিৰক্তি আমনি।
অতিকৈ নিৰ্জন পূণ্য তপোবন
নওঠা বাবাৰ থান ;
পীড়িত ভক্তই পাইছিল য'ত
আত্মা শুদ্ধকাৰী জ্ঞান।

এনেহেন ঠাই পাবলৈ নাই
মানুহৰ মোক্ষ ধাম;
যুগ যুগ ধৰি আছে উজলাই
আমনি গাঁৱৰ নাম।

তোলক সজাই নতুন ৰূপত
ৰাষ্ট্ৰীয় উদ্যান কৰি,
দেশ বিদেশৰ ভ্ৰমণ কাৰীৰে
পৰিব আমনি ভৰি।

আছিল কাষতে বদলা নামেৰে
আঞ্চলিক হাট খোলা,
দূৰ দূৰণিৰ কেঞা মহাজনে
পাতিছিল নৰ গোলা।

বন্দৰ স্বৰূপ আমানৰ ঘাট
সাউদৰ নাৱে ভৰা;
সংগীতৰ সুৰ আছে বতাহত
নাৱৰ বুকুৰ পৰা।

আদৰ্শ পুৰুষ আও ঠিকাদাৰ
আছিল সাহসী জন;
দেখুৱালে বাট ঠিকা ব্যৱসায়ে
আজীৱন ঘটি ধন।

কাশী-শিৱনাথ পিতা পুত্ৰ দুয়ো
ভাষা সাহিত্যৰ ওজা;
নতুন সৃষ্টিৰ বাট কটীয়া
নহয় যদিও ৰজা।

'জন কল্যাণে' সাধক কল্যাণ
নতুন আচনি তাঁৰ;
সজাই পৰাই তোলক পুনৰ
গাঁৱক নতুন কৰি।

(পুনৰ্মুদ্ৰিত)



# গীত

কথা : প্ৰবীণ বৰ্মন
সুৰ : অখিল বৰ্মন

আমনি গাঁৱৰ
কাশীনাথ
ৰাঘা বৰ্মনৰ নাতি,
জ্ঞানেৰে পোহৰায়
চৌদিশে
আজি অসমীয়া জাতি।
তুতিৰাম পিতাদেউ
কেতেকী আই,
চামতা তোমাৰ
ওপজা ঠাই।
কৰিছিলা সাহিত্য
ফুলনিৰ কাম;
হে মহান!
তোমাৰ সাধনাক
আজীৱন প্ৰণাম।
চকুলো সৰিছে
টোপ টোপকৈ,
হে মহান কাশীনাথ!

শুচি গ'লা তুমি
চানেকি থৈ।
গাঁথিলা মালা
অতুল পাঠৰ,
দেখুৱালা পথ
নতুন বাটৰ।
নাৰীৰত্ন, শান্তিদূত,
অমৰ কাহিনী;
নৱৰসে লিখিছিলা
কালত তাহানি।
এৰি গ'লা পো জী
মায়া পৰিহৰি
এৰি গ'লা পৰিবাৰ
চিৰ্ডি এনাজৰী।
তোমাৰ লিখনি হওক
মুকলি মুৰীয়া,
তোমাৰ আশা হওক
যাউতি যুগীয়া।
তোমাৰ আলোকেৰে
বিনাশি এন্ধাৰ,
আগবাঢ়ি দেখুৱাম
শকতি আমাৰ।



পৰিশিষ্ট

# মোৰ আগ বয়সৰ একাবেঁকা কাহিনী

(কাশীনাথ বৰ্মনৰ আত্মজীৱনীমূলক টোকা)

মই নলবাৰী থানাৰ অন্তৰ্গত মৈত্ৰী ধৰ্মপুৰ মৌজাৰ আমনি গাঁৱৰ প্ৰসিদ্ধ বাঘা বুঢ়াৰ নাতি। আমাৰ আতা বিক্ৰমত বাঘৰ দৰে আছিল বাবে মানুহে তেওঁক 'বাঘাবুঢ়া' বুলি মাতিছিল। তেওঁৰ বিক্ৰমৰ কথা অলপ উন্মুকিয়াই যাওঁ। তেওঁ গাঁৱৰ বাটেৰে গলে গাঁৱৰ দন্দুৰী তিৰোতাই তেওঁ নৈ নেদেখা নহয় মানে দন্দ এৰিছিল। গাঁৱৰ মানুহৰ সামাৰ কাজিয়া আতাই গচকি দিলেই হৈছিল; মণ্ডল-কাননগু অনাৰ দৰ্কাৰ নাছিল। ১৯০১ চনৰ মাৰ্চ মাহত ৮২ বছৰ বয়সত আতাৰ মৃত্যু হয়। আতা সুপুৰুষ আছিল। বেছি ওখ নাছিল, চাপৰো নাছিল। গাৰ বান্ধ সুন্দৰ আছিল। সদায় আঁঠুৰ তলত পৰা চুৰিয়া পিন্ধিছিল। সদায় এড়ী চাদৰ লৈছিল। তেওঁ কোনো ৰকমৰ চোলা নিপিন্ধিছিল। আমাৰ ঘৰৰ পৰা তুশ গজ দূৰত নদলাৰ হাট বহিছিল। হাটত যেয়ে যি বস্তু বেচিবলৈ নিয়ে, প্ৰথমে আতাক দিয়াৰ দস্তুৰ আছিল। হাট ভাঙিবৰ সময়ত এনেদৰে পোৱা বস্তু এসাও হৈছিল। হাটৰ পৰা আৰু তুশ গজ দূৰত বুঢ়াদিয়া নদীৰ সিপাৰে ৺জীউৰাম সত্ৰীয়া বৰুৱাৰ ঘৰ। আতা ৺জীউৰাম সত্ৰীয়া বৰুৱাৰ সৌহাত আছিল। তেওঁ কালীপূজা কৰিছিল। পূজাত মহ বলি দিয়া হৈছিল। সেই কাম বোলে আতাইহে কৰিব পাৰিছিল। কামৰূপৰ পশ্চিমাঞ্চলত

বৰপেটা মহকুমাৰ সীমাত আমাৰ ঘৰ। গতিকে আতা বৰপেটা মহকুমাৰ মানুহৰ মাজত বেছি জনাশুনা। 'লছিমাৰ ধাৰা'ৰ আতা এজন প্ৰধান পাণ্ডা আছিল।

মোৰ পিতাৰ নাম ছুতিৰাম পণ্ডিত। তেওঁ আমনি স্কুলত প্ৰায় ত্ৰিশ বছৰ কাম কৰি অৱসৰ লয়। তেওঁ এজন ট্ৰেইনিং পোৱা শিক্ষক আছিল। প্ৰকৃতিত আতাৰ সম্পূৰ্ণ বেলেগ আছিল। তেওঁ কাৰো এটা বেঙেনা-জলকীয়াও বিনা পইচাই নাখাইছিল। তেওঁ স্কুলৰ আগতে দোকান দিছিল। আৰু ইমান সৎভাবে চলিছিল যে আজিকালিও নলবাৰীৰ মাৰোৱাৰীবোৰে কয় যে—"'ছুতিৰাম পণ্ডিতৰ মুখৰ কথা ৰেজিষ্টাৰী দলিলতকৈও মূল্যবান।" তেওঁৰ কথা কটা আছিল আৰু বৰ খঙাল আছিল। তেওঁ গাঁৱলীয়া মেললৈ নগৈছিল; আনকো যাবৰ উৎসাহ নিদিছিল। দোকান-পোহাৰ কৰি তেওঁ স্বচ্ছল ভাৱে চলিছিল। মই তেওঁৰ প্ৰথম সন্তান।

১৩১১ শকৰ আহাৰ মাহৰ ২৪ তাৰিখে মোৰ জন্ম হয়। মই বাল্যে সকতে দুৰ্বল স্বাস্থ্যৰ আছিলো। আমাৰ গোপাল পেহী পিতাৰ খুমলীয়া ভনীয়েক। তেওঁ মোক কৈছিল, "মায়ে তোক লবলৈ দিয়ে। তই ইমান শুকান আছিলি যে আমি ভয়তে নলওঁ।" মোক উচ্চ শিক্ষা দিবলৈ পিতাৰ বৰ ইচ্ছা আছিল। কিন্তু মোৰ সৰস্বতীৰ ৰথৰ চকাৰি পোন বাটে নোযোৱাত তেওঁৰ সেই ইচ্ছা পূৰণ নহ'ল। তেওঁৰ স্কুলৰ পৰা নিম্ন প্ৰাইমেৰী পৰীক্ষা পাচ কৰাত তেওঁ মোক আমাৰ ঘৰৰ পৰা আঠ মাইল দূৰৰ নলবাৰী মাইনৰ স্কুলত পঢ়িবলৈ থয়। মই দহবছৰ বয়সত প্ৰাইমেৰী পাচ কৰিছিলো। সেই সময়ত নলবাৰী মাইনৰ স্কুলৰ বাহিৰে ওচৰত আন স্কুল নথকাত মই ৰান্ধি-বাঢ়ি খোৱাত দুখ পাম বুলি শঙ্কা কৰি পিতাই এবছৰ তেওঁৰ স্কুলতে ৰখাই থৈছিল। এঘাৰ বছৰ বয়সতহে মই নলবাৰী স্কুলত নাম লগাওঁ। স্কুলৰ পৰা এমাইল দূৰৈৰ খাৰজৰা গাঁৱত বহা কৰি থাকোঁ। খৰিখেৰ যোগোৱা আৰু আমাৰ ঘৰৰ পৰা

চাউল পাতি আনি দিয়াৰ বাবে পিতাই খাৰজৰা গাঁৱৰ খাগৰু কোচ নামৰ এজনক ৰাখি দিছিল : আৰু নলবাৰীৰ তেওঁৰ দোকানৰ কেঞা মহাজন খোঁৰা বাবুক মই দৰ্কাৰত খুজিলে টকা-পইচা দিবলৈ অনুৰোধ কৰি আহিছিল। কিন্তু এই অতি আদৰেই মোৰ কাল হ'ল। মই খোঁৰা বাবুৰ পৰা ইচ্ছামতে টকা নি পইচা খেলিব ধৰিলো। বেলশৰ গাঁৱৰ হৰিশ্চন্দ্ৰ পাটোৱাৰী মোৰ খেলাৰ লগ আছিল। তেওঁ আমাতকৈ ডাঙৰ। একোদিন জাৰৰ ৰাতি খেলোতে-খেলোতে ৰাতি পুৱাই যায়। খেলাত তেওঁ জিকে, মই হাৰোঁ। তেতিয়া মহেশ্বৰ পাটোৱাৰী নলবাৰী স্কুলৰ হেড্ মাষ্টৰ আছিল। ভুবন মোহন গোস্বামী চেকেণ্ড মাষ্টৰ, বিজয় মেধি হেড্ পণ্ডিত, লক্ষ্মীনাথ দেৱশৰ্মা চেকেণ্ড পণ্ডিত। তেওঁলোকে মোক বৰ মৰম কৰিছিল। খেলা খেলি নষ্ট হোৱা গম পাই তেওঁলোকে পিতাক কৈছিল, "তোমাৰ ল'ৰাই তুই চাৰি পইচাৰ খেল খেলি লাখটকীয়া জীৱনটো নষ্ট কৰিছে।" তেতিয়া ১৯০৯ চন। নলবাৰীৰ ওচৰেৰে ইষ্টাৰ্ন বেঙ্গল ৰেল চলিবলৈ আৰম্ভ কৰিছেহে মাত্ৰ। প্ৰথম অহা ৰেলখন চাবলৈ আমাৰ স্কুল ছুটী দিছিল। ইঞ্জিনে গাড়ী টানি নিয়া দেখি মোৰ মনত কি সোমাল জানো, মই লুকাই চুৰকৈ গাড়ীত উঠিবলৈ ধৰিলো। এইটো ক্ৰমে নিচাত পৰিণত হ'ল। মহেশ্বৰ পাটোৱাৰীয়ে মোৰ আগতে পিতাক এইবুলি সাৱধান কৰিছিল যে - তোমাৰ লৰাই 'সৰভোগত শৌচ কৰে আৰু আমিনগাঁৱৰ ব্ৰহ্মপুত্ৰত পানী লয়।'

পঢ়াশুনাত মই চোকা আছিলো। ইমান অপকৰ্ম কৰিও মই পৰীক্ষাত প্ৰথম হ'ব পাৰিছিলো। কিন্তু পিতাই মোৰ চৰিত্ৰ দেখি আৰু মোৰ বিৰুদ্ধে শিক্ষকসকলৰ কথাবোৰ শুনি শুনি বেজাৰ লাগি মোক ঘৰলৈ লৈ আহিল। তেতিয়া মই প্ৰথম শ্ৰেণীত প্ৰথম হৈ প্ৰমোচন পাইছিলো। পিতাই মোক লৈ আহি এইবাৰ চেকেণ্ড মাষ্টৰ ভুবন মোহন গোস্বামীৰ লগত থলে। তেওঁৰ তেতিয়া শ্ৰীকান্ত

মৌজাদাৰৰ ঘৰৰ আগত মৰানদীৰ বুকুত এযোৰা ঘৰ আছিল। তেওঁৰ ককায়েক লোকেল বোর্ডৰ ঠিকাদাৰ আছিল. ঠিকাদাৰ গোসাঁইৰ এটা ভুটীয়া ঘোঁৰা আছিল। এদিন তেওঁ ঘৰৰ পৰা আহি বহাত নমা মাত্রকে মই ঘোঁৰাটোত উঠিলো। ঘোঁৰাটোৱে মোক কিছুদূৰ দৌৰাই নি বাটত পেলাই থৈ হৰিপুৰৰ পথাৰ ওলালগৈ। ময়ো ঘোঁৰাটোৰ পিচে পিচে পথাৰ পালোগৈ। ঘোঁৰাৰ পিঠিত জীন আছিল। সিদিনা শুক্লপক্ষৰ ষষ্ঠী কি সপ্তমী। মই জোন আছিল মানে ঘোঁৰাটো ধৰিবলৈ চেষ্টা কৰি বিফল হৈ ৰাতি বেলৰে পুলৰ তলতে কটালো। পিচ দিনা পুৱা ন-মান বজাত আঁহো নাহোঁকৈ বহালৈ আহি চাওঁ যে ঠিকাদাৰ গোঁসায়ে চাকৰটোৰ হতুৱাই পুৱাই ঘোঁৰাটো ধৰাই আনিছে। ঘোঁৰাটো দেখি মোৰ জীৱ আহিল। মই আহি পোৱা মাত্রকে গোস্বামী চাবে ঘোঁৰা কোবোৱা চাবুক ডালেৰে এছাট দিলে। মই ঘোঁৰা বাবুৰ পৰা পইচা আনি মিঠাই খোৱাত লাগিলো।

মোৰ চাবে কীৰ্ত্তি-কাহিনী পিতাক কোৱাত তেওঁ বৰ বিৰক্ত হৈ মোক ঘৰলৈ লৈ আহিল। মই ঘৰত পিতাৰ চকুৰ কুটা স্বৰূপ হৈ পৰিলো। আয়ে মোৰ হৈ কেতিয়াবা মাতে দেখি পিতাৰ লগত আইৰো দন্দ্ব। অৱশেষত তেওঁলোকৰ কাজিয়া ইমান বিৰক্তিকৰ হ'লগৈ যে আয়ে খুড়াৰ হাতত টকা দহোটা দি মোক টিহু ষ্টেচনত পিতাই নেদেখাকৈ থৈ আহিবলৈ অনুৰোধ কৰিলে। সেই মতে খুড়াই মোক টকা দহোটা দি টিহুত থৈ আহিল। সেই দহটকাই মোৰ সম্বল। মই ক'লৈ যাম, কি কৰিম একো ভাবি নাপাওঁ। অৱশেষত অনাদৰ পণ্ডিত নামৰ একনৰ কথা মনত পৰিল। তেওঁ পিতাৰ বন্ধু আছিল। তেওঁলোকৰ ঘৰ আদিতে বাকৰিকুচিত আছিল। ১৮৯৭ চনৰ ভূমিকম্পত তাত ৰ'ব নোৱাৰি আমাৰ ঘৰৰ ওচৰতে ঘৰ সাজি আছিল। তেওঁৰ বৈশিষ্ট্য আছিল এই যে, তেওঁৰ হাতৰ আখৰ মুগৰ গাজি যেন আছিল আৰু এটা পোষ্ট কাৰ্ডত চল্লিশ

শাৰী আখৰ লিখিব পাৰিছিল। তেওঁ পাখি কাপেৰে অতি ধীৰে ধীৰে লিখিছিল। তেওঁ গোলাঘাট মহকুমাৰ কছাৰীহাট স্কুলত হেড-পণ্ডিতৰ কাম কৰিছিল। পিতাৰলৈ তেওঁ প্ৰায়ে চিঠি দিছিল। সেই চিঠিবোৰ পিতাই বৰ যত্নৰে ৰাখি থৈছিল আৰু হাতৰ আখৰৰ নমুনা স্বৰূপ পিতাই মোক সেইবোৰ দেখুৱাইছিল। তেওঁৰ নাম মই চিঠিতেই পাইছিলো। ব্যক্তিগত আলাপ বিশেষ নাছিল। মই তেওঁৰ ওচৰলৈকে যাবলৈ ঠিৰাং কৰিলো।

গোলাঘাটলৈ যাবলৈ কমাৰবন্ধা আলি নাইবা ফৰকাটিঙত যে নামিব লাগে তাক নাজানো। তেতিয়া ফৰকাটিং-যোৰহাট ৰেল হোৱা নাই। গোলাঘাটলৈ টিকট এখন দিয়ক বুলি টিকট মাষ্টৰক মই খুড়াৰ পৰা পোৱা দহটকীয়া নোটখন দিলো। তেওঁ অনুগ্ৰহ কৰি কমাৰবন্ধা আলি ষ্টেচনৰ টিকট এখন আৰু বাকী পইচাখিনি মোক দিলে। এই ৰকমে সুধি সুধি মই কছাৰীহাটৰ অনাদৰ পণ্ডিতৰ ঘৰ উলিয়াওঁ। তেওঁ মোক দেখি আচৰিত হ'ল আৰু মোৰ ইতিহাস শুনি আদৰ-সাদৰ কৰি ৰাখিলে। তাৰ পাচত তেওঁ মোৰ বিষয়ে পিতাৰলৈ চিঠি লিখি মই গোলাঘাট মাইনৰ স্কুলত পঢ়াটো ঠিক কৰিলে। সেইমতে মোক তেওঁ গোলাঘাট মাইনৰ স্কুলত নাম লগাই দিয়ে। তেতিয়া তাৰ হেড্‌মাষ্টৰ আছিল ব্ৰহ্মানন্দ দত্ত; হেডপণ্ডিত আছিল উমাকান্ত কাকতি। মাইনৰ স্কুলৰ প্ৰথম শ্ৰেণীত নাম লগোৱা দিন হিচাবে এমাহেই কিজানি হোৱা নাছিল। মই এইখিনি সময়ৰ ভিতৰতে সেই স্কুলৰ পৰা লিভিং চাৰ্টিফিকেটৰ পৰীক্ষা দিওঁ। আমাৰ পৰীক্ষা লৈছিল শিৱসাগৰৰ ৰজনীকান্ত শৰ্মা ডি. আই. ডাঙৰীয়াই। তেখেতে মোক আনন্দেৰে লিভিং চাৰ্টিফিকেট দিলে আৰু মোৰ বুদ্ধি শলাগিলে। হেড্‌মাষ্টৰ ব্ৰহ্মানন্দ দত্তই আৰু হেড্ পণ্ডিত উমাকান্ত কাকতিয়ে মোক বৃত্তি পৰীক্ষালৈ পঠিয়াবৰ কাৰণে ডেপুটি ইন্সপেক্টৰক খাটিছিল। তাৰ উত্তৰত ডি. আই. ডাঙৰীয়াই কোৱা এই কথা মই নিজ কাণে শুনি-

ছিলো – "এই কৃতিত্ব তোমালোকৰ নহয়, নলবাৰী স্কুলৰহে। সম্পূৰ্ণকৈ এবছৰ নপঢ়িলে স্কুলৰ পৰা বৃত্তি পৰীক্ষা দিয়াৰ নিয়ম নাই।"

লিভিং চাৰ্টিফিকেট পোৱাৰ পিচত মই গোলাঘাট বেজবৰুৱা হাইস্কুলত পঢ়াৰ মন কৰিছিলো। কিন্তু পিতাই কলেজিয়েট স্কুলত পঢ়াম বুলি মোক মাতি পঠালে। মই ঘৰলৈ গৈ আহিলো কিন্তু পিতাই মোক নপঢ়াই তেওঁৰ বন্ধু চাব-ইন্স্‌পেক্টৰ হৰেন্দ্ৰনাথ চৌধুৰীক কৈ তেওঁৰ কামটোতে মোক সুমুৱাই দিলে আৰু নিজে একাপপতীয়াকৈ দোকানত লাগিল। মই এবছৰ কাম কৰিলো। মই তৃতীয়া পোন্ধৰ বছৰীয়া মেলেৰীয়া জ্বৰে ধৰা ল'ৰা। স্কুলৰ অৱস্থা আগতকৈ বহুত বেয়া হ'ল। এনেতে হৰেন্দ্ৰনাথ চৌধুৰী চি আই. হৈ মঙ্গলদৈলৈ গ'ল। তেওঁৰ ঠাইত ডিফলুসত্ৰৰ গোঁসাই যোগেশ্বৰ গোস্বামী ডাঙৰীয়া চাব-ইন্সপেক্টৰ হৈ আহিল। তেওঁ স্কুল পৰিদৰ্শন কৰি বেয়া পাই মোক চিকিৎসাৰ কাৰণে তিনি মাহৰ ছুটী দিলে আৰু ছুটীৰ অন্তত এজন অভিজ্ঞ শিক্ষকক মোৰ ঠাইত নিযুক্তি দি মোক ট্ৰেইনিঙলৈ পঠালে। পিতাই সেই স্কুলত কাম কৰি সেই স্কুলৰ চাকৰিটো বাপতীয়া সম্পত্তি বুলি ধৰি লৈছিল। সেইকাৰণে যোগেশ্বৰ গোস্বামীৰ লগত তেওঁৰ কিছু তৰ্কা-তৰ্কি হৈছিল।

মই তিনিমাহ ছুটী পাই ঘৰত নোসোমাকৈ এজন বামুণৰ লগত 'বিলাত'লৈ যাওঁ। বামুণজনৰ বিলাত আছিল জলপাইগুৰিৰ পৰা ২১ মাইল দূৰৈত। বামুণজন পিতাৰ বন্ধু আছিল। তেওঁ মোক লগত নিয়াৰ কথা পিতাক চিঠিৰে জনাইছিল। প্ৰত্যুত্তৰত পিতাই ছুটী শেষ হোৱাৰ আগতেই মোক মাতি পঠিয়ায়। মই নহা দেখি পিতাই নিজে মোক আনিবলৈ যায়। পিতাৰ চিঠি পাই বামুণজনে ইতিমধ্যে মোক লগত লৈ আহিছিল। টিহু ষ্টেচনৰ বাটত পিতাৰ লগত আমাৰ ভেটা-ভেটি হয়। সৌভাগ্যৰ বিষয়, ঠাই সলনিৰ ফলত মোৰ এবছৰীয়া মেলেৰীয়া আৰোগ্য হয়।

১৯১১ চনৰ জানুৱাৰী মাহত মই ট্ৰেইনিঙলৈ আহিলো। তেতিয়া ছমহীয়া কোৰ্চ। সেই বছৰৰে জুনত পৰীক্ষা দি সকলো পৰীক্ষাৰ্থীৰ ভিতৰত প্ৰথম হৈ পাচ কৰিলো। কিন্তু ভালকৈ পাচ কৰা সত্ত্বেও মোক দিয়া হ'ল কুলবিল স্কুলৰ সহকাৰী শিক্ষকৰ কাম। সেই খঙ আৰু অপমানতে মই উভতিলৈ আহোঁ। পিতাই এই কথা জনা নাছিল। দেবানন্দ শৰ্মা ডি. আই. মহোদয়ে মোক তিনিচুকীয়া স্কুলত প্ৰধান শিক্ষকৰ বাবে নিয়োগ কৰিলে। তাত মই ছমাহ কাম কৰোঁ। পিতাই পাচৰ খবৰ পাই চিঠিৰে মোক মাতি পঠায়। সেইমতে ঘৰলৈ আহি মই প্ৰথম বিয়া কৰাওঁ। তেতিয়া মোৰ বয়স ওঠৰ বছৰ। মই ঘৰৰ ডাঙৰ ল'ৰা বুলি গাঁৱত বৰ ধুমধামেৰে বিয়া হৈ যায়।

ইতিমধ্যে শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া এচিষ্টেণ্ট ইন্স্পেক্টৰৰ পদৰ পৰা নৰ্মাল স্কুলত চুপাৰিণটেণ্ডেণ্ট হৈছিলগৈ। মই এদিন তেখেতৰ ঘৰলৈ গৈছিলো। চুটি চুটি দাড়িৰে চিপ্‌চিপীয়া গোসাঁইদেউক দেখি মোৰ কিয় জানো তেতিয়াৰ পৰাই নৰ্মাল পঢ়িবৰ হেপাহ হয়। সেই উদ্দেশ্যে ১৯১৫ চনৰ বাছনি পৰীক্ষা দিছিলো। বৃত্তিও পাইছিলো। কিন্তু বৃত্তিৰ টকাৰে যোৰহাটত চলিব নোৱাৰি। বৃত্তি তেতিয়া মাহিলি ছটকা। যোৰহাটত চলিবলৈ তেতিয়া আৰু ছটকা মান কপ লাগে। এই টকা সংগ্ৰহৰ কাৰণে মই বহুতক খাটিলো। কিন্তু সকলো বিফল হোৱাত সেই বছৰ নৰ্মাল পঢ়া নহ'ল। তেতিয়া গৌৰীকান্ত ডেকা নলবাৰীৰ চাব-ইন্স্পেক্টৰ। তেওঁ পিতাৰ ছাত্ৰ; ঘৰতে থাকে। ১৯১৬ চনৰ বাছনি পৰীক্ষা দিবলৈ পিতাৰ অনুমতিৰ কাৰণে তেওঁক খাটো। এদিন ৰাতিপুৱা ন-মান বজাত তেওঁ মোক লগত লৈ পিতাক দোকানত এই কথা কয়। পিতাই অনুমতি দিয়া দূৰৰ কথা, খঙত অগ্নিশৰ্মা হৈ মোৰ গালত এটা চৰ মাৰে। এই চৰেই মোৰ মঙ্গলৰ কাৰণ হৈ উঠে। চৰ মাৰি তেওঁৰ দয়া উপজিল। আৰু শেষত কিমান টকা হলে হ'ব মোক সুধিলে আৰু "তোৰ আৱশ্যক মতে টকা দিব নোৱাৰোঁ" বুলি ক'লে। তেতিয়া মই গৌৰীকান্ত ডেকালৈ চালোঁ।

চৰ মৰা দেখি তেওঁৰো দয়া উপজিছিল। তেওঁ ক'লে, "বৃত্তি ছটকা পাব আৰু ছটকা মান হলে কষ্ট কৰি চলিব পাৰিব।" তেতিয়া পিতাই বাকচ খুলি নগদ ত্ৰিশ যোল্ল টকা গৌৰী ডেকাক যাঁচিলে আৰু ক'লে, "মই আৰু এপইচাও নিদিওঁ। এই টকাৰ পৰা তুমি মাহে ছটকাকৈ তাক দিবা।" মই তাকে অনুমতি বুলি ভাবি গুৱাহাটীলৈ আহি বাছনি পৰীক্ষা দিলো, বৃত্তিও পালো। সেইমতে ১৯১৬ চনৰ জানুৱাৰী মাহত প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগাওঁ। তেতিয়াৰ পৰা পিতাই মোক বন্ধুভাবে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ময়ো কোনো উপদ্ৰৱ কৰা নাই। তেতিয়াৰ পৰা মোৰ জীৱনৰ বাট আন দহজনৰ দৰে ঋজু আৰু সৰল। যোৰহাট নৰ্মাল স্কুলত মই প্ৰতি মাহে বৃত্তিৰ টকাৰ উপৰিও গড়ে দহটকাকৈ খৰচ কৰিছিলো। মোৰ চিঠি পালে টকা দিবলৈ পিতাই কোনো সন্দেহ কৰা নাছিল। নৰ্মাল স্কুলতো মই প্ৰথম ল'ৰা আছিলো। ১৯১৮ চনৰ শেষ পৰীক্ষাত প্ৰথম বিভাগ পাইছিলো। তেতিয়ালৈকে কোনো এজনে প্ৰথম বিভাগ পোৱা নাছিল। গতিকে মোৰ বৰ নাম। মোৰ কৃতিত্বত সন্তুষ্ট হৈ দুৰ্গাধৰ বৰকটকীয়ে শৰৎচন্দ্ৰ গোস্বামীৰ লগত পৰামৰ্শ কৰি মাহিলি চল্লিশ টকা দৰমহাত দুই নম্বৰ প্ৰেক্টিচিং স্কুলত হেড্‌পণ্ডিত পদত মোক নিয়োগ কৰে। নষ্ট হৈ যোৱা ল'ৰা এটা মানুহ হোৱা দেখি শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াই মোক বৰ ভাল পাইছিল। পাচ কৰি উঠাৰ পিছত তেওঁ মোক গোৱালপাৰা সাহিত্য সভালৈ লৈ যায়। তাৰ পৰা আহি যোৰহাটত তেওঁৰ ঘৰতে এমাহ থাকোঁ। এমাহমান থকাৰ পিছত তেওঁ ধুবুৰীৰ ডি. আই. মহম্মদ আলিলৈ টেলিগ্ৰাম কৰি মোক পুঠিমাৰী এম. ভি. স্কুলৰ শিক্ষকৰূপে নিয়োগ কৰে। মই পুঠিমাৰীলৈ যাওঁ। কিন্তু তাত মন নবহিল। অৱশেষত কৰ্তৃপক্ষই টেলিগ্ৰামযোগে মোক বৰপেটা এম. ভি স্কুলৰ প্ৰধান শিক্ষক ৰূপে কাম কৰিবলৈ নিৰ্দেশ দিয়ে। কোৱা বাহুল্য যে তেতিয়া নৰ্মাল পাচ কৰা শিক্ষকৰ অভাৱ থকা গতিকে চাকৰিৰ বাবে আজিকালিৰ

দৰে চিন্তা নাছিল। মই ফেব্ৰুৱাৰীৰ ৬ঠৰ তাৰিখে কামত ভৰ্তি হওঁ। পুঠিমাৰী স্কুলত মুঠ ছদিন কাম কৰিছিলো। ডিচেম্বৰলৈকে মই বৰপেটা এম ভি. স্কুলত দহমাহ দহদিন কাম কৰোঁ। এইকাল শিশু এটাৰ মাতৃ গৰ্ভত থকা কালৰ সমান। কিন্তু এইখিনি কালতেই মোৰ মানৱ চৰিত্ৰৰ বিষয়ে বহুতো অভিজ্ঞতা জন্মে। সেইখন আছিল মিউনিচিপেলিটিৰ স্কুল। তেতিয়া মিউনিচিপেলিটিৰ চেয়াৰমেন আছিল কমলা মেধি উকিল ডাঙৰীয়া মই প্ৰধান শিক্ষক হিচাপে স্কুলখন যাতে শিক্ষকসকলৰ মেল-মহলা আৰু জিৰণিৰ থল নহৈ শিক্ষাদানৰ প্ৰকৃত কৰ্মথলী হয়, এই কথাত জোৰ দিছিলো। তাকে কৰোঁতে সহকাৰী অনান্য শিক্ষকসকলৰ মই অপ্ৰিয়ভাজন হওঁ। আনকি মোক জব্দ কৰিবলৈ ছজন শিক্ষকে সমূহীয়াভাৱে ইস্তফা পত্ৰ দিয়ে। ডি. আই. সৰ্বানন্দ দত্তই অৱস্থা বুজি তেওঁলোকৰ ইস্তফা পত্ৰ গ্ৰহণ কৰে। তেতিয়া তেওঁলোকে চেয়াৰমেনৰ ওচৰ চাপে। চেয়াৰমেন ডাঙৰীয়াই তেওঁলোকক সাৱধান কৰি দি সেইবাৰলৈ তেওঁলোকক চাকৰিত ৰাখি মিট্‌মাট কৰে।

১৯১৯ চনৰ ৩১ ডিচেম্বৰত মই বৰপেটা স্কুলৰ চাৰ্জ দি যোৰহাটলৈ আহোঁ। ১৯২০ চনৰ ৪ জানুৱাৰীত মই দুই নম্বৰ প্ৰেক্টিচিং স্কুলৰ কামত ভৰ্তি হওঁ। ১৯৪১ চনৰ মে মাহলৈকে মই নৰ্মাল স্কুলত কটাওঁ। মাজতে ১৯৩৩ চনৰ পৰা ১৯৩৯ চনলৈকে কমলপুৰ স্কুলত প্ৰধান শিক্ষক হৈ বদলি হৈছিলো। কমলপুৰ স্কুলৰ তেতিয়া সুনাম নাছিল। স্কুল ঘৰত জুই দিয়া, ডি. আইক আক্ৰমণ কৰা আৰু দাৰোগাক মৰা ইত্যাদি কিছুমান কথা-কাণ্ডই সেই সময়ত কমলপুৰ স্কুলৰ সুনামৰ অন্তৰায়ৰূপে দেখা দিছিল। সেয়েহে মই সন্দেহ কৰি ইন্সপেক্টৰ শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াক সুধিছিলো — "কমলপুৰ স্কুলত কাম চলাব পাৰিমনে?" গোঁসায়ে সংক্ষেপতে উত্তৰ দিছিল, "তুমি পাৰিবা।" এই সাহসকে সম্বল কৰি মই কমলপুৰলৈ যাওঁ। ঈশ্বৰৰ অনুগ্ৰহত তাত

কোনো বিপদ হোৱা নাছিল। বৰং কমলপুৰ অঞ্চলৰ মানুহে মোক বৰ ভালপায় পাইছিল আৰু মই অভাৱৰ সময়ত মোৰ অভাৱ-অনুভৱ কৰিছিল। ১৯৪২ চনৰ পৰা মই শিৱসাগৰ গভৰ্ণমেণ্ট হাইস্কুলত কাম কৰোঁ। আৰু তাৰ পৰাই ১৯৫২ চনৰ জুলাই মাহত পেনচন লওঁ।

('কিছুমান ছুষ্ট ল'ৰাক সজ বাট ল'বলৈ সাহস যোগাব, এই আশাৰে' টোকাটো ৰচনা কৰা বুলি বৰ্মনে টোকাটোৰ আৰম্ভণিতে লিখিছিল। সম্পাদক)।

# কথামৃত

( কাশীনাথ বৰ্মনে লিখা কিতাপ, প্ৰবন্ধ, ভাষণাদিৰ পৰা সংগ্ৰহ কৰা কেতবোৰ উদ্ধৃতি )

ধৰ্ম সম্বন্ধীয়

কৰ্মফল, জন্মান্তৰবাদ হিন্দু ধৰ্মৰ মজ্জাগত। অদৃষ্টবাদ তাৰ লগৰীয়া। কিন্তু অদৃষ্ট বা দৈৱ নো কি? ই কৰ্ম আৰু পুৰুষকাৰৰেই ফল। আগৰ জনমৰ যি পুৰুষকাৰ, তাৰ ফলেই ইহকালৰ অদৃষ্ট আৰু ইহকালৰ পুৰুষকাৰেই পৰকালৰ অদৃষ্ট। গতিকে পুৰুষকাৰেই অদৃষ্ট নাশৰ উপায়। সেইকাৰণেই আমাৰ শাস্ত্ৰত কৈছে,—পুৰুষ জন্ম লৈ গাধৰ দৰে অনুদ্যোগী নহ'বা, কিয়নো উদ্যোগেই ইহলোক-পৰলোক — উভয় লোকৰে উপকাৰী।

ন গন্তব্যমনুদ্যোগৈঃ সামাং পুৰুষগৰ্দভৈঃ।
উদ্যোগমস্তু যথা শাস্ত্ৰং লোকদ্বিতয় সিদ্ধয়ে ॥

মহাবীৰ কৰ্ণক সুতপুত্ৰ বুলি বিদ্ৰূপ কৰাত তেওঁ কৈছিল, 'দৈৱায়ত্তং কুলে জন্ম মদায়ত্তং হি পৌৰুষম্'— 'উচ্চ বা নীচ বংশত জন্ম পোৱাটো দৈৱাধীন : কিন্তু পৌৰুষ মোৰ নিজৰ অধীন।'

কি তেজৰ কথা?— দুৰ্বলে বল পোৱা মহামন্ত্ৰ।

( ১৯৫৮ চনত লাকুৱা হাইস্কুলত শ্ৰীশংকৰদেৱ তিথি উপলক্ষে পতা সভাপতিৰ অভিভাষণৰ পৰা )

   

পৰ্বতৰ টিঙত উঠি চালে পৃথিৱীৰ সকলো খাল-বাম সমান যেন দেখি। সেইদৰে ধৰ্ম সাধনৰ উচ্চ স্তৰত সকলো ধৰ্মৰে মূল

সত্তা এটা, কেৱল নিম্ন স্তৰতহে ভেদ-ভাৱৰ স্থিতি। এই ভাবেৰে নিজ ধৰ্মত অটুট বিশ্বাস ৰাখি পৰধৰ্মে সহিষ্ণু হ'বলৈ শিকাহে প্ৰকৃত ধাৰ্মিক পুৰুষৰ লক্ষণ।

বহুতে আচাৰ-অনুষ্ঠানবোৰ মানি চলাকেই ধৰ্ম বুলি ভাবে; কিন্তু আচাৰ-অনুষ্ঠানবোৰ আচলতে ধৰ্মৰ মূল বস্তুৰ আবৰণ মাত্ৰ। থোৰ মেলা ধানৰ বাকলিৰ ভিতৰত অলপ পনীয়া বস্তু থাকে। তাক এটা আবৰণে ঢাকি ৰাখে। তাকে আমি তুঁহ বোলো।

ধৰ্মৰ সাৰ ভাগ ৰক্ষাৰ কাৰণে সেইদৰে আচাৰ-অনুষ্ঠানবোৰ এটা আবৰণহে। ধানৰ পনীয়া অংশ গোট মাৰি পূৰঠ হলে আমি আবৰণ পেলাইহে খাওঁ। সেইদৰে ধৰ্মৰ শেষ স্তৰত উপনীত হোৱা প্ৰকৃত লোকসকলে আচাৰ-নীতিৰ ধাৰ নধৰে তেওঁলোক সেই বিষয়ত অনাসক্ত আৰু উদাসীন।

যিদৰে কোনো ধানৰ বাকলি ডাঠ, কোনোৰ পাতল, কোনোৰ শুং আছে, কোনোৰ নাই, কোনোৰ শুঙ দীঘল, কোনোৰ চুটি, সেইদৰে সকলো ধৰ্মৰে আচাৰ-নীতিৰ মিল নাই। সেই কাৰণে কালৰ প্ৰভাৱত কোনো ধৰ্মৰ মানুহে ধৰা নীতিক নিন্দা কৰি ধৰ্মক তাচ্ছিল্য কৰা ভয়ংকৰ দোষ।

(নাকুৰা হাইস্কুলত শংকৰদেৱৰ তিথি উপলক্ষে দিয়া সভাপতিৰ অভিভাষণৰ পৰা)

   

সমাজৰ বিভিন্ন প্ৰকৃতিৰ বিভিন্ন ধৰ্মৰ মানুহৰ মাজত বিভিন্ন প্ৰকাৰৰ আচাৰ অনুষ্ঠান চিৰকাল চলি আহিছে। এক ধৰ্মৰ মানুহৰ মতে যি ভীষণ অনাচাৰ, আন ধৰ্মৰ মানুহৰ মতে সিয়েই পৰম সদাচাৰ। গতিকে নিজৰ ধৰ্মৰ প্ৰভাৱ প্ৰতিপত্তি বঢ়াই ক'বলৈ গৈ আন ধৰ্মৰ নিন্দা কৰা অন্যায়। এইবোৰ কথা লৈ তৰ্ক কৰা ধাৰ্মিক লোকৰ লক্ষণ নহয়। ঘঁহিলেহে চন্দনৰ গোন্ধ ওলায় সঁচা; কিন্তু চন্দন ঘঁহিবলৈ যিদৰে পবিত্ৰ পানী আৰু বিশিষ্ট পটা লাগে,

সেইদৰে আনৰ ধৰ্মৰ লগত নিজৰ ধৰ্ম মিলাই চাবলৈ যথেষ্ট জ্ঞান, উদাৰ মনোবৃত্তি আৰু সাধু সংকল্পৰ দৰকাৰ। আনৰ ধৰ্মক হেয় কৰি নিজৰ ধৰ্ম বৰাই কৰিলে ধৰ্মৰ গুৰুত্ব নাবাঢ়ে ; বৰং সমালোচকৰ সংকীৰ্ণতাহে প্ৰকাশ পায়।"

( 'অসমৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱাচাৰ্যসকলৰ চমু জীৱনী' নামৰ অপ্ৰকাশিত পুথিৰ পৰা )

* * * *

শংকৰী যুগৰ অসমীয়া সাহিত্য অসমৰ গৌৰৱৰ বস্তু আৰু সেই গৌৰৱ কেতিয়াও মলিন নহ'ব। শ্ৰীশংকৰদেৱ অসমীয়া জাতিৰ জনক। আজি পাঁচশ বছৰৰ আগতে শ্ৰীশংকৰদেৱে অসমীয়া জাতিক যি দি থৈ গ'ল, আজিও অসমীয়া মানুহে তাৰ অমৃতময় ফল ভোগ কৰি আছে। আজিও অসমৰ ডাঙৰ পণ্ডিত কোন? শ্ৰীশংকৰদেৱ। অসমৰ ডাঙৰ কবি কোন? শ্ৰীমন্ত শংকৰদেৱ। অসমীয়া জাতি গঠন কৰিলে কোনে? শ্ৰীশংকৰদেৱে। অসমৰ সুকুমাৰ শিল্পৰ স্ৰষ্টা কোন? শ্ৰীশংকৰদেৱ। এটা কথাত, শ্ৰীশংকৰদেৱ অসমীয়া কৃষ্টি আৰু সভ্যতাৰ গুৰু।

( 'অসমৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱাচাৰ্যসকলৰ চমু জীৱনী' নামৰ অপ্ৰকাশিত পুথিৰ পৰা )

* * * *

আমাৰ দেশৰ মানুহৰ সন্ন্যাসী-প্ৰীতি এটা মাৰাত্মক ব্যাধি। চল্লিশ কোটি ভাৰতবাসীৰ ভিতৰত প্ৰায় এক কোটি গাত ছাই সনা সন্ন্যাসী বা ভিক্ষুক। ইহঁত ভেশ লোৱা সন্ন্যাসী ; আৰু বাকী উনচল্লিশ কোটি ভাৱৰ সন্ন্যাসী - অৰ্থাৎ তেওঁলোকে ঘৰ-সংসাৰ কৰিলেও ভাৱটো সদায় সন্ন্যাসীৰ। কৰ্মত্যাগৰ ভাৱটো তেওঁলোকৰ মজ্জাগত। ভাৰতৰ মানুহে বিশ্ববিদ্যালয়ৰ কাৰণে চাঁদা দিবৰ সময়ত হাত টানি ধৰে; কিন্তু সন্ন্যাসীৰ আশ্ৰম, মঠ-মন্দিৰ সাজি দিবলৈ হাত খোলা। ভাৰতৰ সন্ন্যাসীৰ মঠ-মন্দিৰবোৰ এঠাইত গোট

খুৱাব পাৰিলে অন্ততঃ দহোটা বিশ্ববিদ্যালয়ৰ ঘৰ হ'ব।

এনে অদ্ভুত আধ্যাত্মিকতাৰ ব্যাধি যেতিয়ালৈকে নিৰাময় নহয়, তেতিয়ালৈকে ভাৰতৰ উন্নতি দুৰাশা মাত্র। ভাৰতবাসীয়ে এক কোটি সন্ন্যাসীৰ ভাং-কানি, আহাৰ-পানী আৰু অনেক আনন্দ-উৎসৱৰ খৰচ বহন কৰি আছে। এনে সুযোগ আছে দেখিয়েই বহুতো দুৰ্বল মনৰ গৃহীয়ে এজাক লৰা-ছোৱালী অনাথ কৰি সন্ন্যাসীৰ চেলা হয়। ই আচলতে মৃত্যুৰ লক্ষণ নহয় নে?

উন্নত দেশৰ ধনীলোকসকলে তেওঁলোকৰ আয়ৰ এটা ভাগ দেশৰ গঠনমূলক কামত খৰচ কৰে। কিন্তু আমাৰ দুৰ্ভগীয়া দেশৰ মানুহৰ ধন সন্ন্যাসীৰ ভাণ্ডৰ চিলিমত পুৰি ধোঁৱা হৈ উৰি গৈছে। ইয়াৰ উপৰিও আমাৰ দেশৰ মানুহৰ অদ্ভুত মানসিকতালৈ মন কৰক। তেওঁলোকে ভাৱে যে আশ্ৰমলৈ গৈ ভাং-কানি খোৱাটো পাপ নহয়, বৰং পাপ খণ্ডনৰ এটা উপায়হে। যিবোৰ মানুহে দেশৰ গঠনশীল কামত পাই এটি দিও সহায় কৰা নাই, সেইবোৰ মানুহেই ভাঙৰী-সেৱা, কানীয়া-সেৱা কৰি শ শই টকা খৰচ কৰে। ইয়াতকৈ আৰু অধিক পৰিতাপৰ বিষয় কি হ'ব পাৰে?

('গল্প লহৰি'ৰ 'অগ্নি পৰীক্ষা' শীৰ্ষক গল্পটিৰ পৰা)

**শিক্ষা সম্বন্ধীয়**

শিক্ষকতা কৰ্ম ইমান ভাৱমূলক আৰু শিক্ষকৰ কাৰ্য ইমান মহৎ যে ইয়াক একাগ্ৰতা আৰু ঐকান্তিকতাৰ দ্বাৰা স্বভাৱগত কৰি নললে ইয়াক ধাৰণ কৰাই বিৰাট ব্যাপাৰ। ... ... ... ই বীৰৰ কাম, সাধকৰ কাম, ঋষি-যোগীৰ কাম। যি এই মহৎ কামৰ ভাৰ লৈছে, তেওঁ তেওঁৰ গোটেই জীৱন ইয়াত উছৰ্গা কৰক; নতু তেওঁৰ কাৰ্য বিফল, তেওঁৰ মনোৰথো সিদ্ধ নহয়। ... ... ...

হে শিক্ষক বন্ধুসকল! নিজৰ কৰ্ম-কুশলতাক— 'দৰমহা কম, ইয়াৰে জীৱিকা নচলে'— এনে কথাৰ ঢাকনিৰে ঢাকি থৈ অলসতাক

প্ৰশ্ৰয় দিলে নচলিব ; কিয়নো আটাইবোৰ কথা জানি-বুজিও যেতিয়া আমি এই পথৰ পথিক হৈছোঁ, ই অৱশ্যে আমাৰ কৰ্তব্যৰ ভিতৰত। কৰ্তব্য আওকাণ কৰাতকৈ ঘৃণনীয় আন একোৱেই হ'ব নোৱাৰে।'

('শিক্ষাৰ আদৰ্শ' শীৰ্ষক এটি প্ৰবন্ধৰ পৰা)

   

স্বাৰ্থপৰ ভাৱ আৰু সমাজৰ দুৰ্নীতি দূৰ কৰিব নোৱাৰিলে কেৱল শিক্ষাপদ্ধতিৰ পৰিৱৰ্তন কৰি কোনেও সুফল আনিব নোৱাৰে। শ্ৰম কৰি জীৱিকা অৰ্জা, শ্ৰমৰ মৰ্যাদা বুজা, বিবেকক বলি দি ধন ঘটিবলৈ এৰা, ত্যাগৰ ভাৱ জন্মোৱা, আৰু 'দেশতকৈ মোমাই ডাঙৰ নহয়'— এই ভাৱৰ শিক্ষা স্কুল-কলেজৰ শিক্ষাতকৈ বেছি দৰকাৰী। শিক্ষকসকলৰ শিক্ষাৰ লগত অভিভাৱকৰ শিক্ষা আৰু সামাজিক শিক্ষাৰ যোগ নহলে শিক্ষা সম্পূৰ্ণ হোৱা অসম্ভৱ। মই কওঁ, অভিভাৱকসকলে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ স্কুললৈ গৈ শিক্ষকসকলৰ লগত তেওঁলোকৰ শিক্ষা আৰু চৰিত্ৰৰ খবৰ কৰক, তেওঁলোকৰ কাম-কাজ, লগ-লগৰীয়া আৰু পঢ়াশুনাৰ প্ৰতি দৃষ্টি দিয়ক ; ভুল বাটে গলে মৰমেৰে বুজাই আচল বাট লগাই দিয়ক। কিয়নো আজিকালি কঠোৰ শিক্ষাৰ দিন উকলিল। এইটো কোমল শিক্ষাৰহে যুগ।

শিক্ষকসকলেও ছাত্ৰৰ শিক্ষাৰ উন্নতি আৰু চৰিত্ৰ সম্পৰ্কে প্ৰতিটো কথাকে অভিভাৱকসকলক জানিবলৈ দিয়ক ; পৰীক্ষাৰ ফলাফল জনাওক আৰু কোনো ল'ৰাৰ শিক্ষাত অৱনতি ঘটিলে তাৰ কাৰণ অভিভাৱকসকলৰ লগত আলোচনা কৰক। এইদৰে শিক্ষক অভিভাৱকৰ যুটীয়া চেষ্টা নহলে ছাত্ৰৰ শিক্ষা সম্পূৰ্ণ হব নোৱাৰে।

(২৪।৪।৫৭ তাৰিখে নাজিৰা হাইস্কুলত বহা অভিভাৱকসকলৰ সভাত দিয়া বক্তৃতাৰ পৰা।)

   

দেৱী সৰস্বতী জ্যোতির্ময় মন্দিৰত থাকে, আন্ধাৰত নাথাকে। বিনয় জ্ঞানৰ চাবি, নম্ৰতা তাৰ শলিতা, একাগ্ৰতা খিঁট আৰু

অনুৰাগ তাৰ জুইশিখা। এইবোৰ গুণ অৰ্জন কৰি মনোমন্দিৰত সদায় জ্ঞানৰ বন্তি জ্বলাই ৰাখিবা। তেতিয়াহে হৃদয়ত সৰস্বতী অধিষ্ঠিতা হ'ব।

তোমালোকে নিশ্চয় মন কৰিছা যে দেৱী দ'লৰ মাত্ৰ একেটা বাট, তালৈ সোমোৱা আন সুৰুঙা নাই। কাৰণ বাহিৰৰ বা-বতাহ লাগি কিজানি দেৱীৰ সমুখৰ যজ্ঞ-প্ৰদীপ নুমাই যায়! সেইদৰে তোমালোকৰ মনোমন্দিৰতো কেৱল জ্ঞানৰ দুৱাৰহে মেলি ৰাখিবা। তাত বাহিৰৰ হুজুগ বা আন্দোলনৰ তীব্ৰ বা-বতাহ লাগিবলৈ নিদিবা। জ্ঞানবন্তি নুমাই যাব পাৰে।

(নাজিৰা হাইস্কুলৰ ১৯৫৫ চনৰ বঁটা বিতৰণী সভাত দিয়া ভাষণৰ পৰা।)

   

সাধনা সিদ্ধিৰ কাৰণে তোমালোকে কঠোৰ শ্ৰম কৰিব লাগিব। শ্ৰম বিমুখিতা আৰু বিলাসিতা আকাশীলতাৰ দৰে। এই লতা যি গছত পৰে, সি সেই গছকে মাৰি পেলায়। সেইদৰে যি ঘৰত, যি সমাজত বা যি দেশত শ্ৰমবিমুখ বিলাসী লোকৰ সংখ্যা সৰহ, সেই ঘৰ, সেই সমাজ বা সেই দেশ অতি সোনকালে ধ্বংস পায়। সেই-বাবে তোমালোকে যি কামকে কৰা, মনপুতি কৰিবা আৰু তাক শেষ কৰিহে এৰিবা।

(নাজিৰা হাইস্কুলৰ বঁটা বিতৰণী সভাত দিয়া সভাপতিৰ ভাষণৰ পৰা)

**স্বাদেশিকতা সম্বন্ধীয়**

দেশপ্ৰেম নাথাকিলে সমাজৰ বা দেশৰ উন্নতি হোৱা অসম্ভৱ। আইনৰ বলেৰে জনসাধাৰণক দেশপ্ৰেমিক কৰি তুলিব নোৱাৰি। তাৰ বাবে লাগে সজ আদৰ্শ আৰু উদ্যম। অসমীয়া মানুহৰ উদ্যমৰ অভাৱত সকলো অধিকাৰ বিদেশীৰ হাতলৈ গ'ল। আজি অসমৰ

বেহা-বেপাৰ বিদেশীৰ একচেটীয়া। কমাৰ, কুমাৰ, সোণাৰী, ধোবা, নাপিত, কাঠমিস্ত্ৰী, ৰাজমিস্ত্ৰী – এসময়ত অসমত সকলো আছিল। এতিয়া এই সকল লোক বিদেশী। অসমৰ সৰহ ভাগ লোক খেতিয়ক। খেতি-বাতিতো হাল বোৱা, কঠিয়া তোলা, ধান কটা, চপোৱা, মৰণা মৰা আদি কাম বিদেশীয়ে কৰে। এইদৰে আমি কৃষি-শিল্প-বাণিজ্য সকলো বিদেশীৰ হাতত তুলি দি নিজে ডাঙৰীয়া হৈ আছোঁ। অসমীয়া লোকৰ কেৱল মাটি কেইডৰা আছে বুলি মাত্ৰ ভেমটো আছে।

এইদৰে চলিলে মাটি কেইডৰাও বিদেশীয়ে লব। তেতিয়া আমি নিজৰ দেশতে বিদেশী হৈ লোকৰ গোলাম হ'ব লাগিব। এইবোৰ কথা ভাবি-চিন্তি অসমীয়া ডেকাসকলে গা টঙাবৰ হ'ল। অসমীয়া ডেকা: টোপনিৰ পৰা উঠা, দেশখনৰ কথা ভাবা, আৰু দেশৰ মঙ্গল চিন্তা কৰা। তোমাৰ দান সামান্য হ'ব পাৰে; কিন্তু সিয়েই বহুতক উৎসাহ যোগাব। আনলৈ আশা নকৰিবা। 'ন মাঙ্গে তো মোতি মিলে, মাঙ্গে তো ন মিলে ভিখ্।'

( ১৯।১।৫৭ তাৰিখে নমাটিত বহা মাঘবিহু সন্মিলনৰ সভাপতিৰ ভাষণৰ পৰা )।

   

ইংৰাজৰ ৰাজ্যাধিকাৰ গ'ল। কিন্তু তেওঁলোকৰ ভাষাই এতিয়াও আমাৰ মনোৰাজ্য অধিকাৰ কৰি আছে। আমাৰ শিক্ষা-দীক্ষাত, কাজকৰ্মত ইংৰাজী ভাষাই জপটিয়াই ধৰি আছে। আমি তাক সাৱটি ধৰা উচিত হ'ব, নে বান্ধ ঢিলাই দিয়া উচিত হ'ব— এইটো বৰ্তমান শিক্ষানীতিৰ এটা ডাঙৰ সমস্যা। ব্যৱহাৰিক ক্ষেত্ৰত আমাৰ ছাত্ৰসকলে দেখিছে যে আইন-আদালতত, স্কুল-কলেজত, মেল-মিটিঙত ইংৰাজী নজনাসকলৰ স্থান নাই। ইংৰাজী নাজানিলেও শিক্ষিত হ'ব পাৰে বুলি আমাৰ সমাজৰ মানুহে কল্পনা কৰিব নোৱাৰে। ... ... ... গতিকে ইংৰাজী শিক্ষাই আমাৰ বিচাৰ বুদ্ধিক তল পেলাই সংস্কাৰৰূপে দেখা দিছে। ... ... ..

ইংৰাজী অতি সমৃদ্ধিশালী ভাষা। ইংৰাজী ভাষাৰ যোগেদি আমি বাহিৰৰ পৃথিৱীৰ লগত সম্বন্ধ পাতিছোঁ। ইংৰাজী শিক্ষাৰ যোগে আমি আমাৰ জাতীয় সাহিত্য চহকী কৰিছোঁ। ইংৰাজী নাজনিলে আন্তর্জাতিক ক্ষেত্রত আমাৰ স্থান নাই। ইংৰাজী শিক্ষাৰ অনুকূলে এনে বহুতো যুক্তি আছে।

কিন্তু এটা কথা সকলোৰে জনাজাত যে ইংৰাজী বিদেশী ভাষা। আজি দুশ বছৰে এই ভাষাৰ চর্চাত অশেষ পৰিশ্ৰম কৰিও আমি ইয়াৰ নাড়ীৰ লগত ইয়াৰ সহজ সম্বন্ধ স্থাপন কৰিব পৰা নাই। আমি কৃত্রিম উপায়ে এই ভাষা আয়ত্ত কৰিবলৈ যত্ন কৰিছোঁ যদিও, পৰা নাই। তাৰ কাৰণ, ইংৰাজী শব্দৰ অর্থ আৰু ভাৱৰ লগত আমাৰ বাস্তৱ জীৱনৰ সম্বন্ধ অতি কম। অথচ দেশৰ দুর্ভাগ্য এই যে বিদ্যা-মন্দিৰত এই ভাষাই যেনে সমাদৰ পাই আহিছে, মাতৃভাষাই তাৰ আধাও পোৱা নাই।

ভাষা ভাৱৰ দূত নহয়; ভাষা ভাৱৰ বাহন। মানুহে যি ভাষাৰে চিন্তা-চর্চা কৰে, সেই ভাষাৰ অন্তর্নিহিত শক্তিয়ে মানুহৰ বোধশক্তি জগায় আৰু চিন্তাশক্তি বঢ়ায়। আমি আমাৰ সুকুমাৰমতি ল'ৰা-ছোৱালীবোৰক বোধশক্তি জাগৰণৰ আদি অৱস্থাতে বিদেশী ভাষাৰ হেঁচা দি তেওঁলোকৰ চিন্তাশক্তি পঙ্গু কৰিছোঁ আৰু শিক্ষাক্ষেত্রত তেওঁলোকক দুর্বল কৰি ৰাখিছো।

(নাজিৰা হাইস্কুলৰ ছাত্র একতা সভাৰ বছৰেকীয়া অনুষ্ঠানত দিয়া সভাপতিৰ ভাষণৰ পৰা)

## নাৰী সম্বন্ধীয়

স্ত্রীজাতি শক্তি জাতি। তেওঁলোকৰ যি শক্তি আছে, পুৰুষৰ নাই। শক্তি তিনি প্রকাৰৰ দৈহিক, মানসিক আৰু ঐশ্বৰিক। এই তিনি শক্তিৰ ভিতৰত কেৱল দৈহিক শক্তিতহে তিৰোতা পুৰুষতকৈ

হীন। তাৰ বাহিৰে মানসিক আৰু ঐশ্বৰিক শক্তিত তিৰোতা পুৰুষতকৈ অধিক হলেও কম নহয়। ....

আজিৰ ভাৰতীয় নাৰী পুৰুষৰ অধীন আচলতে নহয়। দেখাত তেনে যেন লাগিলেও কৰ্তব্যৰ মাজত স্বাধীনতা আছে। ইউনিয়ন গভৰ্ণমেণ্টৰ দৰে স্বামী-স্ত্ৰীৰ মাজত সহযোগিতা, সমন্বয় আছে; ইউনিটেৰী চৰকাৰৰ দৰে অধীনতা নাই। এই ভাবেৰে ভাৰতীয় নাৰীয়ে স্বাতন্ত্ৰ্য ৰক্ষা কৰি আহিছে।

(৮।৪।৫৭ তাৰিখে নামতি চাৰিআলিত বহা জয়মতী উৎসৱৰ সভাপতিৰ ভাষণৰ পৰা)

   

অনেক সময়ত দেখা যায় যে কিছুমান মানুহে নিজৰ স্বাৰ্থপূৰণৰ কাৰণে তিৰোতাৰ হৃদয় বৃত্তি লৈ খেলা কৰে। তেওঁলোকে এইটো ভাবি নাচায় যে তিৰোতাৰো সুখ-দুখৰ অনুভূতি আছে, ভালবেয়াৰ জ্ঞান আছে আৰু তেওঁলোকৰো ক্ৰিয়াশীল বৃত্তি আছে। তেওঁলোকৰ মনৰ বৃত্তিবোৰ এনে নহয় যে তাক গাত লোৱা চাদৰৰ দৰে ইচ্ছামতে ভাঁজ দি লব পাৰি বা মূৰৰ কূটাৰ দৰে হাতেৰে জোঁকাৰি পেলাব পাৰি।

( 'গল্প লহৰি'ৰ পৰা উদ্ধৃত )

## নৈতিকতাদি সম্বন্ধীয়

আমাৰ সকলোৰে একে দেশ, আমি সকলোৱে একেটা জাতি, আমাৰ সকলোৰে একেটা ধৰ্ম। আমাৰ দেশৰ নাম বসুন্ধৰা, আমাৰ জাতিৰ নাম মানৱ জাতি আৰু আমাৰ ধৰ্মৰ নাম মানৱ ধৰ্ম। ধৰিত্ৰী আমাৰ জননী ; আমি সকলো মানৱ একে ভাই আমাৰ সকলোৰে লক্ষ্য হ'ব লাগে— সকলোৰে দুখ দূৰ কৰা। মানৱ জাতিয়ে এই মনোভাৱ যেতিয়া ল'ব, তেতিয়াহে জগতত শান্তি হ'ব। অন্যথা বিজ্ঞানক বাদ দিলে যুদ্ধৰ অস্ত্ৰবোৰ হয়তো ক্ৰমাৎ লোপ পাব ;

কিন্তু মানৱ জাতিৰ বৰ্বৰতা লোপ নাপায়।

( 'আধুনিক বিজ্ঞান আৰু মানৱ সভ্যতা' শীৰ্ষক এটি প্ৰৱন্ধৰ পৰা )

   

কৃপণ আৰু মিতব্যয়ী উভয়ৰে দৃষ্টি সঞ্চয়ত। কিন্তু দুয়োৰে সঞ্চয়ৰ উদ্দেশ্যৰ আকাশ-পাতাল প্ৰভেদ। কৃপণে ধন সাঁচে চাই থাকিবলৈ; সঞ্চয়েই তাৰ সুখ, সঞ্চয়তে তাৰ আনন্দ। সি তাৰ সঞ্চিত ধন কোনো মহৎ কামত খৰচ কৰিব নোৱাৰে।

কিন্তু মিতব্যয়ী লোকে ধন সাঁচে সাময়িক সুখলৈ আওকাণ কৰি কোনো মহৎ কাৰ্য কৰিবলৈ। কৃপণৰ সঞ্চয় স্বভাৱজাত; কিন্তু মিতব্যয়ী লোকৰ সঞ্চয় ইচ্ছাকৃত। গতিকে মিতব্যয়ী লোকক কৃপণ বুলিলে পাপ হ'ব। তেওঁৰ অন্তৰ পবিত্ৰ, মন উদাৰ আৰু চিত্ত করুণাৰে ভৰা। কৃপণ অনুদাৰ আৰু কাঠচিতীয়া। তাৰ ভাল-বেয়া সকলো বৃত্তি মাময়ে ধৰা। ধনৰ বোজা ববলৈ তাৰ জন্ম; ধনৰ সোৱাদ বুজিবলৈ তাৰ ভাগ্যত লিখা নাই।

( 'মিতব্যয়িতা' শীৰ্ষক এটা প্ৰবন্ধৰ একাংশ )



# তিনিটি কথা

গৌৰৱৰ — জীৱদয়া, গুৰুজনশ্ৰদ্ধা, ঈশ্বৰানুৰাগ।
সন্মানৰ — ন্যায়পৰায়ণতা, নিৰহঙ্কাৰিতা, লাভউপেক্ষা।
প্ৰশংসাৰ — চিন্তাশীলতা, সদাচাৰ, সদালাপ।
আনন্দৰ — সৌন্দৰ্য্য, সৰলতা, স্বাধীনতা।
আদৰৰ — জ্ঞান, বিবেক, বৈৰাগ্য।
অৱশ্যাম্ভাৱী — ৰোগ, শোক, মৃত্যু।
কামনাৰ — স্বাস্থ্য, চিত্তপ্ৰসন্নতা, সংস্বভাৱ।
ঘৃণাৰ — পৰনিন্দা, নিষ্ঠুৰতা, অকৃতজ্ঞতা।
চঞ্চল — ধন, জন, যৌৱন।
দাতব্য — মিষ্টবাক্য, ক্ষমা, সদ্ব্যৱহাৰ।
দুৰ্ল্লভ — মনুষ্যত্ব, মুমুক্ষুত্ব, মহাপুৰুষ-সংশ্ৰৱ।
পৰিহৰণীয় — কাম, ক্ৰোধ, লোভ।
প্ৰাৰ্থনীয় — ভক্তি, প্ৰেম, শান্তি।
বৰ্জ্জনীয় — আলস্য, বাচালতা, ৰঙ্গৰস।
ৰক্ষণীয় — সত্য, মৈত্ৰী, আত্ম-সংযম।
সন্দেহৰ — তোষামোদ, কপটতা, অযাচিতসহৃদয়তা।
সহবাসৰ — সাধু, সচ্চিন্তা, সদ্‌গ্ৰন্থ।

(বৰ্মনদেৱে কথাখিনি শ্ৰীনগেন্দ্ৰনাথ চৌধুৰীদেৱৰ হতুৱাই সুন্দৰকৈ লিখাই ফটোৰূপে বন্ধাই ৰাখিছিল।)

## শ্ৰীমন্ত শংকৰদেৱ

কৃষ্ণভক্ত শ্ৰীশংকৰ। ধৰ্মে কৰ্মে মতি বৰ ॥
ধীৰ জ্ঞানী মহাসন্ত। শক্তিমান বলৱন্ত ॥
নিৰ্গুণ বৈষ্ণৱ যত। প্ৰচাৰিলে অসমত ॥
মনিকূট নামঘৰ। অপূৰ্ব দৃষ্টি মনোহৰ ॥
ভোৰতাল মৃদংগৰ। প্ৰতিধ্বনি কীৰ্তনৰ ॥
আৰ্য আৰু অনাৰ্যৰ। পৰ্বতৰ ভৈয়ামৰ ॥
উচ্চ নীচ সৰু বৰ। সমদৰ্শী কৃপাবৰ ॥
সংগীতৰ ভাওনাৰ। চিত্ৰ-নৃত্য কবিতাৰ ॥
শিল্প আৰু সাহিত্যৰ। শিক্ষাগুৰু অসমৰ ॥
নীতি ধৰ্ম মৰ্মবাণী। সমাজৰ শিৰোমনি ॥

( পূৰ্বে অপ্ৰকাশিত )



# মৃত্যু সংবাদ

( কাশীনাথ বৰ্মনৰ দেহাৱসানৰ সময়ত 'আচাম ট্ৰিবিউন' কাকত'ত ওলোৱা বাতৰি ।)

**KASHINATH BARMAN DEAD**

Writer And Noted Teacher

Nazira, May 16

Sri Kashinath Barman, noted litterateur and author of several text books, died here at his residence yesterday afternoon after a protracted illness. He was 68 at the time of his death. He is survived by four sons, five daughters and two younger brothers.

Soon after his death the local schools were granted half-holiday. He was cremated in Dikhow-ghat. Floral wreaths were laid on him by Sri Bholanath Dutta, Secretary, Nazira Sahitya Sabha and students and teachers of Nazira. A distinguished gathering attended the funeral.

Sri Barman, after a successful career as a school teacher, settled at Nazira with his brother Sri Govindaram Barman, a businessman of the town. He wrote a series of text books named

Atulpathmala. His Nariratna runs through five editions. His other books are —Amorkahini, Kathakali, Pu-rushratna, Santidut, Galparalahari, Desbidesar Sadhu and the last book still in print is Monimala.

He was amiable by nature, had varied experience of life and was a good conversationist, having associated himself with all the educational institutions of Nazira.



# লেখক পৰিচিতি

**নগেনন্দ্ৰনাথ চৌধুৰী ঃ** গুৱাহাটী কলেজিয়েট স্কুলৰ অৱসৰ প্ৰাপ্ত শিক্ষক। বৈষ্ণৱ ধৰ্মনিষ্ঠ লোক। ভূচিত্ৰাৱলীকে ধৰি কেবাখনো পাঠ্যপুথিৰ ৰচক।

**সুপ্ৰভা গোস্বামী ঃ** সাহিত্যক শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীৰ কন্যা। খনদিয়েক পুথি ৰচনা কৰাৰ উপৰিও তেখেতে দুখনমান গ্ৰন্থ ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদো কৰিছে।

**শিৱপ্ৰসাদ বৰুৱা ঃ** পিতৃ কমলচন্দ্ৰ বৰুৱাৰ দ্বাৰা প্ৰতিষ্ঠিত 'বৰদৈ-চিলা'ৰ সম্পাদক। সাহিত্য কৰ্মী হোৱাৰ লগতে সামাজিক আৰু ৰাজনৈতিক কৰ্মীও।

**লাৱণ্য বৰুৱা ঃ** যোৰহাটৰ হেমলতা সন্দিকৈ বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত শিক্ষয়িত্ৰী। সাহিত্য-সংস্কৃতিপ্ৰেমী মহিলা।

**দিলীপ কুমাৰ হাজৰিকা ঃ** গুৱাহাটী উচ্চ ন্যায়ালয়ৰ এডভোকেট আৰু সাংস্কৃতিক কৰ্মী। সংস্কৃতি বিষয়ক গোটাদিয়েক প্ৰবন্ধৰ ৰচক।

**ইমৰান শ্বাহ ঃ** শিৱসাগৰ কলেজৰ অসমীয়া বিভাগৰ অৱসৰ প্ৰাপ্ত অধ্যাপক। খ্যাতিমান গল্পকাৰ আৰু ঔপন্যাসিক। 'জবানবন্দী'কে ধৰি তেখেতৰ কেইবাখনো গ্ৰন্থ প্ৰকাশ পাইছে।

**পৱনাথ শৰ্মা ঃ** নাজিৰা হাইস্কুলৰ শিক্ষক আছিল। পিছৰ সোণাৰীৰ ভগৱতী প্ৰসাদ বৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ হৈছিলগৈ। সাংবাদিক আৰু সাহিত্যিক আছিল। খনদিয়েক পুথি লিখাৰ উপৰিও অসম সাহিত্য সভাই প্ৰকাশ কৰা 'পাৰ্বতি প্ৰসাদ ৰচনাৱলী' সম্পাদনা কৰিছিল। সম্প্ৰতি প্ৰয়াত।

**দুৰ্গেশ্বৰ শৰ্মা :** গুৱাহাটীৰ আৰ্যবিদ্যাপীঠ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী। 'ভাষাবিদ বাণীকান্ত কাকতি' আৰু 'জীৱনী চয়ন' তেওঁৰ দুখন জীৱন বিষয়ক গ্ৰন্থ। অৱসৰৰ পিচত পুৰণি অসমীয়া সাহিত্যৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট উপাধি লৈছে।

**ললিত চন্দ্ৰ বৰা :** অসম কৃষি বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত সহযোগী সম্প্ৰাসাৰণ শিক্ষা সঞ্চালক। ভালেমান প্ৰবন্ধ পাতি বিশেষকৈ ৰস ৰচনাৰ লেখক। তেখেতৰ গ্ৰন্থসমূহৰ ভিতৰত হাঁহ কুকুৰা পালন সম্পৰ্কীয় গ্ৰন্থখন উল্লেখনীয়।

**দীননাথ বৰ্মন :** অসম চৰকাৰৰ নিয়োগ বিনিময় বিভাগৰ সহকাৰী সঞ্চালক। কাশীনাথ বৰ্মনৰ দ্বিতীয় পুত্ৰ।

**শিৱনাথ বৰ্মন :** গুৱাহাটীৰ আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ প্ৰবক্তা। কৃষিখনতকৈয়া অধিক গ্ৰন্থৰ ৰচক আৰু একাধিক প্ৰবন্ধ সংকলনৰ সম্পাদক। কাশীনাথ বৰ্মনৰ প্ৰথম পুত্ৰ।

**প্ৰসেনজিৎ চৌধুৰী :** চাবুৱাৰ দখোদেৱী ৰচিৱাচিৱা কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক মননশীল লেখক। এতিয়ালৈকে অসমীয়া আৰু ইংৰাজী ভাষাত দহখন গ্ৰন্থ ৰচনা কৰাৰ উপৰিও তিনিখন প্ৰবন্ধ সংকলন সম্পাদনা কৰিছে।

**মথন তালুকদাৰ :** চাংতাৰ কামৰূপ কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী। সম্প্ৰতি কলেজখনৰ অধ্যক্ষৰ পদ বহন কৰি আছে। সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগী ব্যক্তি।

**মাণিক দাস :** ভাৰতীয় ষ্টেট বেংকৰ গুৱাহাটীস্থ এটা শাখাৰ বিষয়া। ভালেমান গল্প আৰু প্ৰবন্ধৰ ৰচক।

**উদয় দত্ত :** গুৱাহাটীৰ আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ মুৰব্বী। সাহিত্য বিষয়ক কিছু প্ৰবন্ধৰ ৰচক। তেখেতৰ 'ছুটি গল্প' এখন উল্লেখনীয় পুথি।

**উমাকান্ত গোস্বামী ঃ** অসম চৰকাৰৰ শিক্ষাধিকাৰ আছিল। সমাজ-নীতি, অৰ্থনীতি বিষয়ক কিছু প্ৰবন্ধৰ ৰচক। ১৯৫২ চনত দেহা-সান ঘটে।

**সূৰ্যকুমাৰ ভূঞা ঃ** অসমৰ সৰ্বজনবিদিত বুৰঞ্জীবিদ আৰু সাহিত্যিক।

**অঞ্জলি শৰ্মা ঃ** গুৱাহাটীৰ সন্দিকৈ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপিকা। ভালেমান প্ৰবন্ধ-পাতিৰ ৰচয়িত্ৰী। অসমৰ জীৱনীমূলক সাহিত্যৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰিছে।

**নিৰ্মলপ্ৰভা বৰদলৈ ঃ** অসমৰ সুপ্ৰসিদ্ধা মহিলা সাহিত্যিক।

**প্ৰমোদ হালৈ ঃ** চামতাৰ কামৰূপ কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তা। সাহিত্য-সংস্কৃতি সম্পৰ্কীয় গোটাদিয়েক প্ৰবন্ধৰ লেখক।

**শুল শৰ্মা ঃ** কিছুকাল নেলী হাইস্কুলৰ শিক্ষক আছিল। ভালেমান পুথিৰ ৰচক আৰু সম্পাদক।

**প্ৰফুল্ল বৰ্মন ঃ** ডাক-তাঁৰ বিভাগৰ অৱসৰ প্ৰাপ্ত বিষয়া। ভালেমান শিশু কবিতাৰ ৰচক।





মাটিত ( বাওঁফালৰপৰা ) : অক্ষয় পাঠক, শ্ৰীআত্মনাথ শৰ্মা,
চকীত ( বাওঁফালৰপৰা ) : প্ৰাণনাথ বুজৰবৰুৱা, শ্ৰীচন্দ্ৰনাথ দত্তফুকন, শৰৎচন্দ্ৰ গোস্বামী, ঘনকান্ত বৰুৱা
থিয়হৈ ( বাওঁফালৰপৰা ) : কাশীনাথ বৰ্মণ, × , দত্তবৰুৱা, আজিজুৰ ৰহমান চৌধুৰী



যোৰহাটত থকা কালত কাশীনাথ বৰ্মনৰ পৰিয়াল।

থিয়হৈ (বাওঁফালৰপৰা) ঃ তৃতীয়া কন্যা (টুনু), ভতিজা (ৰবি), প্ৰথমা কন্যা (মাইকণ), অজ্ঞাত।

বহি (বাওঁফালৰপৰা) ঃ দ্বিতীয়া পত্নী (ভৱানীবালা), দ্বিতীয়া কন্যা (ননী), কাশীনাথ বৰ্মন।

কোলাত (বাওঁফালৰপৰা) ঃ প্ৰথমা কন্যা (ৰেণু), চতুৰ্থা কন্যা (অনু)।



প্ৰতিমা দেৱী (কাশীনাথ বৰ্মনৰ প্ৰথমা পত্নী)



দ্বিতীয়া পত্নী (ভৱানীবালা).



নিৰু (১৯৫০-৫৯) -- কাশীনাথ বৰ্মনৰ অকালতে ঢুকুৱা কন্যা



নিভা (১৯৫১-৫৮)

কাশীনাথ বৰ্মনৰ অকালতে মৃত্যু হোৱা কনিষ্ঠা কন্যা



অন্তিম শয়নত কাশীনাথ বৰ্মন



গোবিন্দৰাম বৰ্মন (কাশীনাথ বৰ্মনৰ প্ৰথম ভায়েক)



কাশীনাথ বৰ্মন জন্ম শতবাৰ্ষিকী উদযাপন সমিতি আৰু স্মৰণিকা সম্পাদনা সমিতিৰ একাংশ সদস্য

বহি (বাওঁফালৰপৰা) ঃ মহঃ ইউনুছৰ ৰহমান (উপ-সভাপতি, উদযাপন সঃ), শ্ৰীৰামচৰণ তালুকদাৰ (সভাপতি, উঃ সঃ), শ্ৰীৰাজেন্দ্ৰ নাথ চক্ৰবৰ্তী (সভাপতি, স্মৰণিকা), শ্ৰীপ্ৰফুল্ল বৰ্মন (সম্পাদক, স্মৰণিকা), শ্ৰীঅমূল্যৰাণী তালুকদাৰ (সদস্যা, উঃ সঃ)

থিয়হৈ বাওঁফালৰপৰা) ঃ শ্ৰীবিবেকানন্দ ভট্ট (সহঃ সম্পাদক, উঃ সঃ), শ্ৰীঅজিত বৰ্মন (সদস্য, উঃ সঃ, শ্ৰীকুমুদ তালুকদাৰ (সদস্য উঃ সঃ) শ্ৰীডিগম্বৰ তালুকদাৰ (সদস্য, উঃ সঃ), শ্ৰীপ্ৰমোদ হালৈ (উপ-সভাপতি, উঃ সঃ, শ্ৰীনবীন বৰ্মন (সহঃ সম্পাদক, উঃ সঃ) শ্ৰীদীপক বৰ্মন (সম্পাদক, উঃ সঃ), শ্ৰীত্ৰৈলোক্য বৰ্মন (গ্ৰন্থাগাৰিক)